# ভাৰত ভ্ৰমণ আৰু তীৰ্থ দৰ্শন

সবৈষ্ণৱে
শ্ৰীশ্ৰীদক্ষিণপাটীয় সত্ৰাধিকাৰ গোস্বামী
(ভ্ৰমণ পথত)






লিখক—শ্ৰীকেশৱচন্দ্ৰ শৰ্ম্মা ৰাজগুৰু ফুকন।
দক্ষিণপাট সত্ৰ
মাজুলী

প্ৰকাশক

শ্ৰীসৰুনাথ কাকতি
দক্ষিণপাট সত্ৰ
মাজুলী

—প্ৰথম প্ৰকাশ—
১৮৯৪ শক, ৪ আঘোণ
ৰাস পূৰ্ণিমা

মূল্য— ৩'৭৫ টকা।

মুদ্ৰক
শ্ৰীপাৰ্ব্বতী প্ৰসাদ বৰকটকী
অন্নদা প্ৰিণ্টিং হাউচ
যোৰহাট

# উৎসৰ্গা





যি জনৰ অসীম কৰুণাৰে সংজ্ঞানৰ মাজেদি আন্ধাৰৰ পৰা পোহৰৰ পথ প্ৰদৰ্শন কৰাই মানৱৰ শাৰীত স্থান দিছিল, আৰু যাৰ সৌজন্যত ভ্ৰমণ পথৰ পথিক হব পাৰিছিলোঁ। সেই মোৰ,—

চিৰ পূজ্য প্ৰাতঃস্মৰণীয় শ্ৰীল শ্ৰীশ্ৰীযুক্ত ৰমানন্দদেৱ গোস্বামী সত্ৰাধিকাৰ প্ৰভু ঈশ্বৰৰ শ্ৰীচৰণত "ভ্ৰমণ কাহিনী"খনি ভক্তি সহকাৰে অৰ্পণ কৰা হ'ল। 'গুৰুৰ্ৰেব পৰম ব্ৰহ্ম তস্মৈ' শ্ৰীগুৰুৱে নমঃ। ইতি —

সেৱাৰে—

—কেশৱ—

—গড়মূৰীয়—

# পূজ্যপাদ প্ৰভুৰ আশীষ নিৰ্ম্মালী

শ্ৰীমান শৰ্ম্মা ফুকন বোপা !

তোমাৰ চিঠি পালো। ভাৰত ভ্ৰমণৰ বিৱৰণ সমূহ লিখিত আকাৰে প্ৰকাশ কৰিবলৈ ধৰাত সন্তোষ প্ৰকাশ কৰিছো। তীৰ্থক্ষেত্ৰ সমূহৰ বিৱৰণি জনসাধাৰণৰ মাজত বিলাবলৈ ধৰা এটা পুণ্য কাম।

প্ৰভু গোপালৰ কৃপা তোমাৰ ওপৰত পৰক। ভগবানৰ মহান শক্তিয়ে তোমাৰ কামত সহায় কৰক। এয়ে আমাৰ কামনা ও প্ৰাৰ্থনা। ইতি—

শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰ দেৱ গড়মূৰীয় গোস্বামী
গড়মূৰ সত্ৰ

শ্ৰীমান কেশৱ চন্দ্ৰ শৰ্ম্মা ফুকনৰ প্ৰতি
পোঃ দক্ষিণপাট সত্ৰ

# প্ৰবীণ সাহিত্যিক শ্ৰদ্ধেয় শৰ্ম্মাদেৱৰ

## স্নেহাশীষ

"ভাৰত ভ্ৰমণ আৰু তীৰ্থ দৰ্শন" পুথিখনি অলপ অলপ চকু ফুৰাই চালো।

অসমীয়া ভাষাত ভ্ৰমণ কাহিনী এতিয়াও আঙুলিৰ মূৰত লেখিব পৰা হৈয়ে আছে।

বৰপেটাৰ ৺প্ৰাণেশ্বৰ দাসেই পোন প্ৰথম চুটি ভ্ৰমণ লেখে। তাৰ পাচতে ৺ৰজনীকান্ত বৰদলৈৰ পুৰী ভ্ৰমণ আৰু ৺জ্ঞানানন্দ ভাগতীৰ "মণিপুৰ যাত্ৰা" আদি-য়েই আগৰ কলীয়া ভ্ৰমণ কাহিনী।

যান্ত্ৰীক যুগত নিজৰ যান্ত্ৰীক বাহনেৰে শ্ৰীশ্ৰীদক্ষিণপাটীয়া সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱে সদৌ ভাৰত ভ্ৰমণ কৰি দেখা এই খিনি তীৰ্থ কাহিনীৰ অন্তৰ্গত পুথি লিখিছে—গোস্বামী প্ৰভুৰ পাৰিষদ সহযাত্ৰী, শ্ৰীমান কেশৱ ফুকনে।

পুথিখনৰ ভাষাই সত্ৰীয়া ভাষাৰ ঐতিহ্য ৰক্ষা কৰিছে। লেখকৰ আন্তৰিকতাৰ প্ৰতি সাদৰ সম্ভাষণ জনাই পুথিখনৰ বহুল প্ৰচাৰৰ কামনা কৰিলো।

( গুৱাহাটী ) ইতি—

১১।৯।৭২ শ্ৰীবেনুধৰ শৰ্ম্মা

# "বিশ্ব হিন্দু পৰিষদ" (অসম শাখাৰ)

## সম্পাদক দেৱৰ একেষাৰ বাণী।

সাম্প্ৰতিক

দক্ষিণপাটীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীৰমানন্দ দেৱ গোস্বামী প্ৰভুৰ ভাৰত ভ্ৰমণৰ বৃত্তান্ত সবিশেষ বৰ্ণনা কৰি প্ৰভুৰ সহযাত্ৰী, সত্ৰৰ পাঠক শ্ৰীকেশৱচন্দ্ৰ শৰ্ম্মা ফুকনে এখন অতি প্ৰয়োজনীয় গ্ৰন্থ লিখি অসমীয়া ভ্ৰমণ সাহিত্যলৈ এটি অৰিহণা আগ বঢ়োৱাত সন্তোষ পাইছোঁ। আমাৰ সত্ৰাধিকাৰ প্ৰভু-সকলৰ পুৰণি চৰিত পুথিত তীৰ্থ ভ্ৰমণৰ বৰ মনোগ্ৰাহী বিবৰণ পোৱা যায়। সেই বিবৰণৰ পৰা তেতিয়াৰ ভাৰত ভ্ৰমণৰ সুবিধা অসুবিধা বোৰ তীৰ্থস্থানৰ তদানীন্তন অৱস্থা, আৰু লগতে ঠাইবোৰৰ লোক সমূহৰ বিষয়েও বহুত কথা জানিব পাৰি। আমাৰ অসমৰ মানুহে কেনেকৈ কোন বাটে ভাৰতৰ আন আন ঠাইলৈ গৈছিল এই চৰিত পুথি বিলাকৰ পৰা তাকো জানিব পাৰি সত্ৰীয়া অধিকাৰ সকলে তীৰ্থ ভ্ৰমণ জীৱনৰ এটি এৰাব নোৱাৰা দায়িত্ব বুলিয়ে অনুভব কৰিছিল। পিছে বৰ্ত্তমান শ্ৰীশ্ৰীদক্ষিণপাটীয় সত্ৰাধিকাৰ বৰ্ত্তমান ভ্ৰমণক কেৱল তীৰ্থ যাত্ৰা বুলিলে কথাষাৰ ঠেকাই কোৱা হব। ভাৰতৰ প্ৰসিদ্ধ ধৰ্ম্মাচাৰ্য্য সকলৰ লগত পৰিচয় হোৱা ধৰ্ম্ম প্ৰচাৰৰ বিভিন্ন প্ৰখ্যাত অনুষ্ঠানবোৰৰ কাম-কাজৰ সম্পৰ্কে

সাখ্যাৎ ভাবে অভিজ্ঞতা অৰ্জ্জন কৰা আৰু লগতে অসমৰ ধৰ্ম্ম সংস্কৃতিৰ বিষয়ে ভাৰতৰ অন্যান্য ধৰ্ম্মচাৰ্য্য সকলৰ অবগত কৰোৱাহে এই ভ্ৰমণৰ মুখ্য উদ্দেশ্য আছিল। সেই পাকেদি চালে এই ভ্ৰমণ বৃত্তান্তৰ এটা স্বকীয়া মূল্য আছে বুলি আমি সহজে বুজি পাওঁ।

১৯৬৭ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা বিশ্বহিন্দু পৰিষদ অসম শাখাৰ মহাসম্মিলনৰ সময়ৰে পৰা শ্ৰীশ্ৰীদক্ষিণপাটীয় সত্ৰাধিকাৰ বিশ্বহিন্দু পৰিষদৰ এজন মুখ্য পৃষ্ঠপোষক আৰু সক্ৰিয় আজীৱন সদস্য। তেখেতৰ উৎসাহ কৰ্ম্মোদ্যম আৰু ধৰ্ম্ম জ্ঞানৰ পৰিচয় পাই ৰিশ্বহিন্দু পৰিষদৰ কৰ্ণাট শাখাৰ মহা সন্মিলনলৈ তেখেতক বিশেষ পূজনীয় অতিথি ৰূপে আমন্ত্ৰণ জনায়। এই সম্মিলন বহিছিল দক্ষিণ ভাৰতৰ মাধ্ব-বৈষ্ণৱ সম্প্ৰদায়ৰ কেন্দ্ৰ পীঠ স্বৰূপ উড়িপি চহৰত। সেই সম্মি-লনত যোগ দিবলৈ গৈ সেই ছেগতে দক্ষিনোত্তৰ গোটেই ভাৰত-বৰ্ষতে নিজৰ "দেৱাৰ্পিত যান" নামৰ সুবৃহত 'বাছ' যোগে ভকত সকল সমন্বিতে ভ্ৰমণ কৰে। এই গ্ৰন্থত তাৰে বিবৰণ আছে।

এই ভ্ৰমণ বৃত্তান্ত আৰু কিছুদিনৰ আগতে ওলোৱা শ্ৰীশ্ৰীআউনীআটীয় সত্ৰাধিকাৰ প্ৰভুৰ ভাৰত ভ্ৰমণ বৃত্তান্তই নিঃসন্দেহে প্ৰমাণ কৰে যে আমাৰ দেশৰ ধৰ্ম্মাচাৰ্য্যসকলে ভাৰতৰ সকলো ঠাইতে নিজৰ আৰু অসমৰ গৌৰৱ সুপ্ৰতি-ষ্ঠিত কৰাত সম্পূৰ্ণকৈ সক্ষম হয়। ভাৰতৰ অন্যান্য ঠাইৰ

লোকেও পূব কোণত থকা সুদূৰ অসমৰ ধৰ্ম্মাচাৰ্য্য সকলক সন্মান আদৰ ভক্তিৰে গ্ৰহণ কৰে। তাকো এই ভ্ৰমণ কাহিনী ডুখনে পৰিস্কাৰ ভাবে দেখুৱাইছে।

সত্ৰাধিকাৰ সকলৰ অনুৰূপ ভাৰত ভ্ৰমণে কেৱল অসমকে বা অসমৰ ধৰ্ম্ম ব্যৱস্থাকে জনাজাত কৰে এনে নহয়, পৰন্তু মহা ভাৰতীয় সংহতিৰ এক সূত্ৰতা যে ধৰ্ম্ম, সংস্কৃতি আৰু সংস্কৃত ভাষা তাকো চাক্ষুষ ভাবে আৰু হৃদা মনসা অনুভব কৰাত সহায়তা কৰে।

এই ভ্ৰমণ বৃত্তান্তৰ বহুল প্ৰচাৰ হলে দেশৰ মঙ্গল হব। ইতি—

শ্ৰীতীৰ্থনাথ শৰ্ম্মা।
সম্পাদক বিশ্বহিন্দু পৰিষদ
অসম শাখা।

ভৰলু মুখ
গুৱাহাটী
১৪ ভাদ্ৰ, ১৮৯৩ শক

শ্ৰীযুত ফুকন,

আপোনাৰ দ্বাৰা ভাৰত ভ্ৰমণ আৰু তীৰ্থ দৰ্শন নামৰ পুস্তিকাখনি সমাজৰ মাজত প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰাত আমি সুখী হৈছো।

এনেবিলাক স্থানৰ বিবৰণ আমাৰ ছাত্ৰ-ছাত্ৰীসকল আৰু গ্ৰাম্য সমাজে বিষদ ভাবে বুজিবলৈ পালে যথেষ্ট অভিজ্ঞতাৰে উপকৃত হব বুলি মই বিশ্বাস কৰো। যাদৱৰায় আপোনাৰ সহায় হওক ধন্যবাদ। ইতি—

শ্ৰীবিষ্ণুৰাম বৰুৱা

১৮।৮।৭১ আঞ্চলিক পঞ্চায়ত— সভাপতি

কমলাবাৰী (মাজুলী)

# —শলাগৰ শৰাই—

পবিত্র ভাৰত ভূমিৰ মনোৰম দৃশ্যাৱলী মানস দৃষ্টিত সদায়েই বিৰাজিত।

সুতুৰ জ্ঞান সৰোবৰত সিচৰিত হৈ থকা মাণিক, মুকুতা থপিয়াই, থপিয়াই চিৰ চেনেহী ভাষা জননীৰ সেৱাৰ অজস্র আশা বুকত বান্ধি উতলা অনুভূতিবোৰ প্রকাশৰ এয়া আমাৰ প্রথম প্রয়াস।

এই প্রয়াসত প্রেৰণাৰ প্রৱল প্লাৱনেৰে অনুপ্রাণিত কৰা পৱিত্ৰাশয় শ্ৰীযুক্ত পীতাম্বৰ দেৱ গোস্বামী আশ্রমী সত্রৰ ডেকা প্রভু, আৰাধ্যত্বম্ শ্রীশ্রীযুক্ত গড়মূৰীয় সত্রাধিকাৰ প্রভু, শ্রদ্ধেয় শ্রীযুত বেণুধৰ শৰ্ম্মা ডাঙৰীয়া শ্রীযুত তীর্থনাথ শৰ্ম্মাদেৱ, শ্রীযুত বিষ্ণুৰাম বৰুৱা আদি গুণী জ্ঞানী, সুধী সকলে আশীষ উৎসাহ দি এই পুস্তক প্রকাশ কাৰ্য্যত প্রয়াস যোগাৱাত তেখেত সকলৈ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো।

সত্রৰ মোক্তাৰ শ্ৰীযুত সৰুনাথ কাকতি দেৱে ছপাশালৰ লগত পৰিচয় কৰি সহানুভূতি যোগোৱাৰ ঋণ পৰিশোধৰ মই নিতান্ত অযোগ্য?

সেই দৰেই সৰ্ব্বশ্রী দেউৰাম দত্ত মৌজাদাৰ মোৰ সহ যাত্রী "দীননাথ বৰা ওজা সোমেশ্বৰ চাউল ভৰালী "বসন্ত নাথ বৰা"

শিশুৰাম গাওঁবুঢ়া আদি ধৰ্ম্মাশ্রয়ীসকলে দিয়া উদগনিৰ বাবে তেখেত সকললৈ আন্তৰিকতা নেযাচি নোৱাৰিলোঁ।

সিমানেই নহয় বাল্য বন্ধু সতীর্থ শ্রীনিত্যানন্দ হাজৰিকা শ্রীতুলসী বেজ, শ্রী ডম্বৰুধৰ শইকীয়া বায়ন, শ্রীভোলানাথ গায়ন, শ্রীনৰেণ শৰ্ম্মা, শ্রীযোগেন বৰা, শ্রীভবেন বৰা, শ্রীবুদ্ধিন্দ্র দত্ত প্রমুক্ষে প্রিয় সকলে যোগোৱা উৎসাহৰ কথা যেন সিপুৰীটো নেপাহৰিম।

মান্যৱন্ত সুধী সকলৰ প্রতি নমস্কাৰ আৰু বন্ধুসকলৰ কাৰণে মোৰ আন্তৰিক ভাল পোৱা সদায়েই থাকিল।

অভিজ্ঞতাহীন এই অভাজনৰ নিৰস লিখনি ভাষাক যি জনে শ্রুতিমধুৰ কৰি সংস্কাৰ কৰিছিল সেই শ্রীযুত গৌৰীচৰণ বৰকটকীদেৱলৈ হৃদাঞ্জলি ভক্তি সহকাৰে জ্ঞাপন কৰিলোঁ।

ইতি—

শ্রীকেশৱ ফুকন

# প্ৰাৰম্ভতে "একেষাৰ"

বহু দিনৰ পৰাই "ভাৰত ভ্ৰমণৰ" আকাঙ্খ্যা এটিয়ে মনত থাই পাইছিল যদিও সৌভাগ্যই ধৰা নিদিয়াৰ বাবেই মনৰ আশা মনতে মাৰ গৈ আছিল। তথাপিও সেই প্ৰবল আশাক নৈৰাশ্যৰ প্ৰৱল সোঁতত উটাই নিদি পোহ-পাল দিয়াৰ ক্ৰুটী কৰা নাছিলোঁ। গত ১৮৮৯ শকৰ কাতি মাহত তীৰ্থ পৰ্য্যতনৰ আশা এটি লৈ যোৱাৰ যো-যা কৰা হয়। লগত আছিল সেই পঠৰেই পঠিক সঙ্গী চজন! কিন্তু? "ভাগ্য বলান্বিত—নান্য বলম্" যেতিয়া ভাগ্যই ধৰা নিদিয়ে মনেৰে বল কৰি লাভ নাই। হথাৎ মোৰ সহোদৰ ককাইদেউ এজন পৰলোক ঘটাৰ ফলত তীৰ্থ যাত্ৰাৰ বাধা পৰে। তথাপিও আশাৰ ভড়ালৰ চাবিটি ককালৰ খোচনাত ৰখাৰ হিচাব সদায়েই অক্ষুন্ন থাকে। কিন্তু—কি হব! চিৰ সুন্দৰৰ সুন্দৰ বননীত দৃষ্টি ভঙ্গীৰে শৰীৰৰ সৰ্ব্বাঙ্গ জুৰোৱা, কেৱল মনৰ বল হলেই যে হব এনে নহয়.

অনিন্দ্য সুন্দৰ পৰ্ব্বত কন্দৰ, বন্দৰ, সাগৰ, নদ নদী, সুৰঙ্গ, ৰঙ্গ, তৰঙ্গ, সংসঙ্গ, বিহঙ্গ, বিশ্ব খনিকৰৰ অঙ্গ ৰূপ পাতনি দৰ্শন কৰাটো মনুষ্য জীৱনৰ এক প্ৰধান কৰ্ত্তব্য—! কিন্তু! যেতিয়া "সৌভাগ্য" আকাশত নিৰ্ম্মল জোনৰ পোহৰ

পৰিস্ফুট নহয়, যেতিয়া পৰমেশ্বৰৰ কৰুণাৰ কণিকা বৰিষণ নহব, আৰু হৃদয়ত ভক্তিৰ ঘণিভূত স্পন্দন জাগ্রত নহব, তেতিয়ালৈকে এনেবিলাক কাৰ্য্য প্ৰতিফলিত হোৱা নিশ্চয় অসম্ভৱ।

অমাৱস্যাৰ পাচত যেনেকৈ পূর্ণিমা বিদ্যমান, ঠিক, সেইদৰেই এক অপূৰ্ব্ব মূহুৰ্ত্ত এই ক্ষুদ্ৰ জীৱনৰ কাৰণে নামি আহে। সেয়ে ১৯৬৯ চনৰ ১ ডিচেম্বৰ। ১৮৯১ শকঁৰ ১৫ আঘোণ, সোমবাৰ। যদিও জীৱনত বহুত পোন্ধৰ আঘোণ বা এক ডিচেম্বৰ পাৰ হৈ গৈছিল, কিন্তু! ১৯৬৯ চনৰ সোমবাৰৰ এক ডিচেম্বৰৰ দিনটো সচাকৈয়ে যেন বহু কালৰ সাধনাৰ সিদ্ধি লাভৰ দিন।

সৰু কালতে পিতৃ-মাতৃ বিয়োগ ঘটে। পুত্ৰ হৈ পিতা-মাতাৰ সদ্গতিৰ অৰ্থে কাৰ্য্য কৰাটো শাস্ত্ৰৰ কথা। মনতে বহুত ভাব আছিল যে পিতা-মাতাৰ অস্থি দান আৰু অৰ্য্যমাদিৰ পিণ্ডাদি প্ৰভুৰ লীলা স্থান সমূহত অৰ্পণ কৰি জীৱন সাৰ্থক কৰিম।

হঠাৎ সু-প্ৰভাত হয়। এন্ধাৰ জগত মুকলি। সূৰ্য্যদেৱে ৰঙা সাঁজ পিন্ধি ধৰিত্ৰী দেৱীক নতুন সাঁজেৰে সজাবলৈ অগ্ৰসৰ। মোৰ সেই স্বপ্ন বাস্তৱত পৰিণত হয়। কল্পনা কৰি অহা হাবিয়াসৰ শুভ ভাগ্যৰ শিৰত বৃহস্পতি গুৰু প্ৰসন্ন। মনত আনন্দৰ টোলপাৰ। পিৰালিৰ শিতানত থকা "লেৰেলি" কুকুৰ আৰু মোৰ অতি চেনেহৰ লালিতা পালিতা কুণ-কুণি

মেকুৰী জনীয়ে মোৰ মুখলৈ চাই উৎসাহ দিছে, ওলগ, জনাই কৈ উঠিছে যে আজি তোমাৰ সু-প্ৰভাত।

পৰম পূজ্যপাদ শ্ৰীশ্ৰীযুক্ত সত্ৰাধিকাৰ প্ৰভু সঙ্গী কেইজন মান লৈ ভাৰত ভ্ৰমণত যাব। এই কথা আশে-পাশে বিয়পি পৰিছে। মনতে ভাবিছো লগৰ সঙ্গীসকল বা কোন! ইত্যাদি মনত খুধুৱনিৰ জোৱাৰৰ খলকণি লাগি আছিল। হথাৎ খবৰ আহিল তয় নম্বৰত ভ্ৰমণ কাৰ্য্য সূচীত এটা নাম "কেশৱ ফুকন"। গৰু খোজকেই সাগৰ বুলি যি ধাৰণা আছিল, তেতিয়া সেই ভুল ধাবণাৰ সম্পূৰ্ণ মই শত মাইলৰ আঁতৰত অৱস্থিত। এটা গহীণ গম্ভীৰ ধীৰ-স্থিৰ বহুত গৰ্ব্বৰ মই যেন ধনীৰ দুলাল হে। যিহেতু বহুদিনিয়া আশা আজি পুৰণ হবৰ সম্ভৱ হোৱাৰ উপক্ৰম, তথাপিও ঘাট-প্ৰতিঘাট বহুত।

মোৰ জেষ্ঠ পিতৃ তেতিয়াও যম নগৰীৰ দক্ষিণ দুৱাৰ দলিত। এফালে আনন্দৰ টোলপাৰ, আন ফালেদি নৈৰাশ্যৰ হুমুনিয়াহ। বুকুত অসীম বল বান্ধি পৰমেশ্বৰৰ শ্ৰীশ্ৰীযাদৱৰায়ৰ কৰুণাক বিশ্বাস কৰি নিৰ্দ্দিষ্ট দিনা যাত্ৰা কৰা হয়।

·· মনতে ভাবিলো, জীৱনৰ ইয়ো এক উল্লেখ যোগ্য ঘটনা। গতিকে কি কৰো। তীৰ্থ ভ্ৰমণ কৰি ঘুৰি অহাৰ দিন দিয়েকৰ পাচত অতীত বোতলা প্ৰবীণ সাহিত্যিক শ্ৰদ্ধাভাজন শ্ৰীযুত বেনুধৰ শৰ্ম্মা ডাঙৰীয়া সত্ৰলৈ

কেতিয়াও নঘটে। দোষৰ হে প্ৰলয় আৰু ক্ষয় হব পাৰে। ভাবি লব লাগিব যে অনেক ধাতুৰ লগত মিশ্ৰিত কৰিলেও সোণৰ অৱস্থান্তৰ কেতিয়াও নঘটে। যি সোণ সোণেই। আন কেতিয়াও হব নোৱাৰে।

তীৰ্থ যাত্ৰীসকলৰ সদায় সু-ব্যৱস্থা, সদাচাৰ, সতৰ্কতা আজিৰ যুগত প্ৰয়োজন। তীৰ্থ ক্ষেত্ৰত অধিকাৰীক নিজৰ সু-ব্যৱস্থাৰ বাবে পূৰ্ণ স্বাধীনতা দিয়া কৰ্ত্তব্য। কিন্তু সেয়ে প্ৰথমেই বন্ধোৱস্ত কৰা প্ৰয়োজন।

দক্ষিণ ভাৰতৰ লোকসকল সকলো তীৰ্থৰে পাণ্ডা স্বৰূপ। যাত্ৰীসকলৰ সুবিধাৰ বাবে তেওঁলোকৰ অশেষ যত্ন আৰু তীক্ষ্ণ দৃষ্টি ৰাখে। যদি কোনো যাত্ৰী অপৰিচিত ভাবে অনাই বনাই ফুৰিব লগা হয়, হয়টো তেওঁ কোনো ভাষাও নুবুজে, থকা স্থানৰো অভাৱ, বাট-পথো অচিনাকি, এনে অৱস্থাত সেই স্থানৰ লোকে লগ পালে সুন্দৰ ব্যৱস্থাৰে সকলো সুযোগ কৰি, ৰেল বা বাচত উঠাই গন্তব্য স্থানলৈ পথাই দিয়াত তেওঁলোকে যথেষ্ট যত্ন লয়।

কোনো কোনো স্থানত কোনো পাণ্ডা হৈ যাত্ৰীৰ টকা পইচা শোষণ কৰাত ব্যস্ত থাকে। তেনে স্থানত যাত্ৰীৰ সতৰ্কতাৰ প্ৰয়োজন। হয়তো সেই সেই স্থানত, পাণ্ডা লব লগা হলেও তেওঁৰ নাম, ধাম, থকা স্থান, আদি পৰিচয় প্ৰথমে লোৱা প্ৰয়োজন। নহলে থকা-মেলা খোৱা-লোৱাৰ বা তীৰ্থ সম্পৰ্কীয় কোনো কাৰ্য্য নকৰি অন্তৰ্দ্ধান হোৱাৰ সন্দেহ সদায়েই থাকে।

তীৰ্থ বাসী পাণ্ডাসকল সকলোৱেই সহিষ্ণু ধৰ্ম্ম পৰায়ণ এনে নহয়। কোনো কোনো পাণ্ডাই কটু বাক্য প্ৰয়োগ কৰাও ঠায়ে ঠায়ে পোৱা যায়। তাত যাত্ৰীসকল ক্ৰোধিত নহৈ ধৈৰ্য্য অৱলম্বন কৰা নিতান্ত প্ৰয়োজন। যিহেতু ধৰ্ম্মসাধন তথা আধ্যাত্মিক স্বাৰ্থ সিদ্ধিৰ বাবে ক্ষেত্ৰ গুৰুৰ দুই-একাষাৰ কটুবাক্য হলেও মানি লোৱা কৰ্ত্তব্য। দৰাচলতে কবলৈ গলে এইটো তীৰ্থৰ পাণ্ডা গুৰুসকলৰ দোষ বুলি আমি কব খোজো। যিহেতু শ্ৰদ্ধালু লোকৰো ব্যৱস্থাৰ কঠোৰতাত তীৰ্থৰ প্ৰতি অসৎভাৱ অহা এটা স্বাভাৱিক কথা। মনৰ অসন্তুষ্টতাই তীৰ্থৰ কাৰ্য্যত ব্যাঘাট জন্মাই। তীৰ্থ অভিলাষি কিম্বা ভ্ৰমণকাৰী সকলে বিভিন্ন ভাষা জানিব লগা নিতান্ত প্ৰয়োজন, নহলে ভ্ৰমণৰ স্থান সমূহ অন্ধকাৰ আৰু নিজক বোবা বুলি কব পাৰি। অৰ্থাৎ ভাষাৰ অবিহনে সেই স্থান সমূহৰ কোনো কথা বিশুদ্ধ ভাবে বুজিবলৈ 'সক্ষম হব নোৱাৰি। গতিকে সেইসকলৰ কাৰণে সেই স্থান অন্ধকাৰ আৰু বোবাৰ দৰে পৰিচয় হয়।

বিশেষ কৈ হিন্দি ভাষাই বিশেষ প্ৰয়োজন। কিন্তু ঠায়ে ঠায়ে সংস্কৃত আৰু ইংৰাজী ভাষাও প্ৰয়োজন হয়। অসমৰ লোকসকলৰ পক্ষে শীত কালৰ ভ্ৰমণেই যিহেতু ক্ৰমশঃ ঠায়ে ঠায়ে জন সমাজ অধিক শ্ৰেষ্ঠ। পৰ্ব্বতৰ সংখ্যা অধিক ভাবে থকাৰ বাবেই গৰমৰ প্ৰবাহ বিশেষ ভাবে পোৱা যায়। কিন্তু স্থান বিশেষে শীতৰ প্ৰভাবো অধিক। সাগৰৰ নিকটাবৰ্ত্তি স্থানবিলাক

যেনে দক্ষিনাট্য অঞ্চলত হাৱা পানীৰ বিশেষ বৈসম্য পোৱা নাযায়। গৰম আৰু ঠাণ্ডা কালিন একে দৰেই সূৰ্য্যৰ উত্তাপ আৰু বতাহ সম ভাবে চলি থাকে। সাগৰৰ দাঁতি কাষৰীয়া বাসীন্দাসকলৰ স্বাস্থ্য বহু ভাগেই উন্নত দেখা যায়। সেইহেতু শীত কালৰ ভ্ৰমণত অসমৰ যাত্ৰীসকলৰ পক্ষে বহুত মঙ্গলজনক।

—×—

## তীৰ্থ ভ্ৰমণত পালিব লগা বিষয়

১। তীৰ্থ যাত্ৰা—সুখ আৰু আৰামৰ বাবে নহয়।
২। „ „ দ্ৰব্য বস্তু আশা আকাঙ্খ্যাৰ বাবে নহয়।
৩। „ „ স্নান ভোজন সুখ শয়ণৰ বাবে নহয়।
৪। „ „ পৰমাৰ্থ তত্ত্ব, জ্ঞান অৰ্জ্জনৰ বাবে।
৫। „ „ মনৰ অন্ধকাৰ দূৰ কৰিবৰ বাবে।
৬। তীৰ্থ যাত্ৰাত মিছা কোৱা পাপৰ কথা।
৭। „ „ সংযমী হৈ থকা নিতান্ত প্ৰয়োজন।
৮। „ „ সাত্বিক আহাৰ আৰু অল্পহাৰ প্ৰয়োজন।
৯। „ „ ৰতি, ৰস, প্ৰীতি আলাপ বৰ্জ্জন।
১০। „ „ ভগৱানৰ গুণ গান লীলা আদি অধ্যয়ন শ্ৰৱণ মনন ইত্যাদি।

## "জয় যাদৱ ৰায়"

মহীশূৰৰ অন্তৰ্গত আৰব সাগৰৰ নিকটবৰ্ত্তি উড়ুপীৰ বিশ্ব হিন্দু পৰিষদৰ ধৰ্ম্মালোচনী সভাৰ মূখ্য অতিথি ৰূপে মধ্বাচাৰ্য্য শ্ৰীমৎ বিশ্বেশ্বৰ তীৰ্থ আৰু পৰিষদৰ সচিব শ্ৰীশঙ্কৰ আপ্তেজী প্ৰমুখ্যে লোকসকলৰ নিমন্ত্ৰন সবৈষ্ণৱে সত্ৰাধিকাৰ প্ৰভু ১৮৯১ শকৰ ১৫ আঘোন ইং ১৯৬৯ চনৰ ১ ডিচেম্বৰ সোমবাৰে নিজ সত্ৰ দক্ষিণ পাটৰ পৰা ভাৰত ভ্ৰমণৰ কাৰ্য্য-সূচী হাতত লৈ দিনৰ ১২ বজাত সত্ৰৰ পৰা যাত্ৰা কৰি ২টা বজাত নিমাতী ঘাটত পদাৰ্পণ কৰে। ইতিমধ্যে শ্ৰীমুক্তিমাথ সিং নামৰ বিহাৰী ড্ৰাইভাৰ জনক লৈ সত্ৰৰ "দেৱাপিত" নামৰ বাছখন লৈ শ্ৰীসৰুনাথ কাকতিদেৱে নিৰ্দ্ধাৰিত স্থানত প্ৰতিক্ষা কৰিছিল। সেই বাছত সকলো জন প্ৰবেশ কৰি অসমী আইৰ বহল বক্ষৰ মাজে ভাৰতৰ বুকলৈ গাড়ী এৰি দি যোৰহাট নগৰত এঘণ্টা কাল নগৰৰ লোক সকলৰ লগত দেখা সাক্ষাত হৈ গুৱাহাটী পথে ৰাওণা কৰা হয়। ( ইং ১৯৬৯ খৃষ্টাব্দৰ ১ ডিচেম্বৰ )

শিৱসাগৰ

পথেদি যোৱা অৱস্থাত নুমলীগড়, বোকাখাট আদিত স্থানীয় ৰাইজ আদিৰ অভ্যৰ্থনা গ্ৰহণ কৰি সবৈষ্ণৱে সন্তোষ পোৱা হৈছিল।

---

## "ৰোকাখাট" শ্ৰীশ্ৰীকুৰুৱাবাহী সত্ৰ।

চাৰিসত্ৰৰ চলি অহা আহিঁ মানি শ্ৰী শ্ৰীবংশীগোপাল মহা প্ৰভুৰ দৰ্শন অভিলাষেৰে কুৰুৱাবাহী সত্ৰত প্ৰবেশ কৰি মূৰ্ত্তী বিগ্ৰহ তথা শ্ৰীশ্ৰীসত্ৰাধিকাৰ গোস্বামী প্ৰভুক দেখা সাক্ষাত কৰি বিদায় লৈ উক্ত সত্ৰৰ চাহ বাগিছা আনন্দপুৰত খোৱা-মেলাৰ ব্যৱস্থা কৰি কিছু সময় জিৰণি লৈ পুনৰ গুৱাহাটীৰ পথে গাড়ী এৰি দিয়া হয়। তেতিয়া ৰাতি ১১ টাৰ ১৫ মিনিত কম আছিল। বৃন্দাবন নিবাসী পাণ্ডা শ্ৰীশ্যামসুন্দৰ গৌতমে যোৰহাটতে প্ৰভুক লগ কৰে আৰু সেই গাড়ীতেই গুৱাহাটীলৈ তেওঁক লৈ যোৱা হয়। শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুৰ ভ্ৰমণ পথৰ

**গোলাঘাট**

সঙ্গীসকল আছিল সৰ্ব্বশ্ৰী শিশুৰাম কাকতি ২। কনক শৰ্ম্মা, গুৱাকটা ৩। খগেন্দ্ৰ শৰ্ম্মা ৪। বাপীৰাম বৰভঁড়ালী ৫। জগত চন্দ্ৰ শইকীয়া ৬। দীননাথ ওজা ৭। ডম্বৰু ধৰ বায়ন ৮। দুৰ্গা প্ৰসাদ গায়ন ৯। ডিম্ব বৰা ১০। কৃষ্ণকান্ত বৰা ১১। কিৰণ চন্দ্ৰ গায়ন ১২। ধৰ্ম্মকান্ত শৰ্ম্মা ১৩। নৰেণ চন্দ্ৰ শৰ্ম্মা ১৪। মোহন সন্ন্যাসী আৰু ১৫। শ্ৰীকেশৱ শৰ্ম্মা ফুকন।

**ভ্ৰমণ পথৰ সঙ্গীসকল**

কুৰুৱাবাহীৰ পৰা ৰাতি গৈ পুৱা ৫ বজাত গুৱাহাটী শৰণীয়া পাহাৰৰ সমীপত থকা হেঙেৰাবাৰীত নৱ নিৰ্ম্মিত দক্ষিণপাট শাখা সত্ৰত উপনীত হোৱাগৈ হয়।

পুৱা স্নান আহ্নিক নাম প্ৰসঙ্গ সমাপন কৰি খাই বৈ অৱসৰ লৈ নগৰৰ অতিথিসকলৰ লগত ভ্ৰমণৰ কিছু পৰামৰ্শ লৈ নৱনিৰ্ম্মিত সত্ৰৰ কৰ্ম্মী বৃন্দৰ প্ৰতি কাম-কাজৰ দিহা পৰামৰ্শ দি আবেলি ৪ বজাত ভাৰতৰ অভিমুখে গাড়ী এৰি দিয়ে। আৰু শ্ৰীশ্যামসুন্দৰ গৌতমক সেই গুৱাহাটীৰ পৰা যাতায়ত খৰছ আৰু কাপোৰ গামোছা আদি দি তেওঁক সন্তোষ জন্মাই সেই স্থানৰ পৰা বিদায় দিয়ে। নগৰত গাড়ীৰ আৱশ্যকীয় বস্তু কেইদফামান লওঁতে প্ৰায় গুৱাহাটীতেই ৬ টা বাজিছিল।

**হেঙেৰাবাড়ী গুৱাহাটী দক্ষিণপাট সত্ৰ**

গুৱাহাটী নগৰত সত্ৰাধিকাৰ প্ৰভুক ভদ্ৰসকলে সন্মান প্ৰদৰ্শন কৰে। সেই সময়তে দক্ষিণপাট সত্ৰৰ হিতৈষী যাদৱ-ৰায়ৰ ভক্ত শ্ৰীবেণুধৰ শৰ্ম্মা দেৱ, বিশ্ব হিন্দু পৰিষদৰ অসম শাখাৰ সম্পাদক শ্ৰীতীৰ্থনাথ শৰ্ম্মা শ্ৰীৰাধা বৰা আদি নানান জন বিশিষ্ট-লোকৰ আদৰ আশ্বাস লাভ কৰি তেখেত সকলৰ ওচৰত বিদায় লৈ দক্ষিণ গুৱাহাটী এৰি শৰাইঘাটৰ দলঙেদি উত্তৰ গুৱাহাটীলৈ পাৰ হৈ গন্তব্য পথত আগুৱা হয়। সেইদিনা ৮৩ মাইল ৰাস্তা আহি মধ্যস্থান হাউলীত ১-৩০ মিঃ ৰাতি

**গুৱাহাটী ত্যাগ**

যাপন কৰাহি হয়। সেইদিনা ইং ২-১২-৬৯ তাং মঙ্গলবাৰ আছিল ১৬ আঘোণ '৯১ শক।

পুৱা চাৰি বজাত উঠি বগী নদীত স্নান অহ্নিক কৰি নদীৰ বালিতে ভাত পানী খাই লৈ পুনৰ দহ বজাত শিলিগুৰী পথে গাড়ী এৰি দিয়ে! ১২ বজাত ধুবুৰীত প্ৰবেশ কৰা হয়। ধুবুৰীৰ প্ৰাকৃতিক দৃশ্য অতুলনীয়। চৰকাৰৰ বিশেষ তত্বাৰধানত নিৰ্ম্মাণ কৰা বহুখন দলং পোৱা হৈছিল। লগে লগে সৰু বৰ নদী। সেই ঠাইত প্ৰাকৃতিক সৌন্দৰ্য্য আৰু হাৱা পানী মাজুলীৰ দৰেই অনুভৱ হৈছিল। শাল, শিঙৰী, চেগুণ, শলখ, এজাৰ আদি নানান কাঠৰ চৰকাৰৰ সুৰক্ষীত বাগিছাবিলাক চালে চকুৰোৱা। পথাৰত মাহ, সৰিয়হ, ধান, বহু ভাগেই শৃঙ্খলাবদ্ধভাবে কৰা দেখা পোৱা হৈছিল। সম্ভৱ কৃষি জাতীয় বহু বস্তুৰ উৎপন্ন হয় বুলি অনুমান। ক্ৰমান্বয়ে ১-৩০ বজাত গোৱালপাড়াৰ অন্তৰ্গত থকা গৌৰীপুৰ নামৰ ঠাইত উপনিত হৈ সেইপথে কোছবিহাৰ, বঙ্গ প্ৰদেশত প্ৰৱেশ কৰা হয়। তেতিয়া প্ৰায় দুই বাজে! দোকান-বজাৰ চাৰিআলি বা অন্যান্য স্থানত দি থোৱা নাম ফলিবিলাকত বঙ্গ ভাষাৰে সকলো কথা লিখা পোৱা গৈছিল। উক্ত স্থানত আমাৰ অসমৰ দৰে নগৰ

**অসম**
**কামৰূপ**
**৩-১২-৬৯**

**গোৱালপাড়া**
**কোছবিহাৰ**
**বঙ্গ প্ৰদেশ**

বজাৰ সমূহ পৰিপাটি আৰু চাফ-চিকুণ দেখা পোৱাৰ সৌভাগ্য নিমিলিছিল। উক্ত স্থানত গৌৰাঙ্গ শোণকোষ টিপকাই, গঙ্গাদ্বাৰ, গদাধৰ আদি কেইবাখনো নদী আৰু দলং পোৱা গৈছিল। গোৱালপাৰা আৰু কোছবিহাৰো উন্নতিশিল স্থান। সৰিয়হ মাহ ধান আদিৰ বাজেও তিচি আদি বিষ্টৰ খেতি দেখিবলৈ পোৱা গৈছিল। কিন্তু জন সমাজ বাসীন্দাসকলৰ চলন ফিৰণ উজনী অসমৰ দৰে পোহৰ দেখা নগৈছিল। কোছবিহাৰ পৰিভ্ৰমণৰ পাচত শিলিগুৰী অভিমুখে ৰাওনা কৰা হয়। তেতিয়া আবেলি পাঁচ বাজিছিল। সন্ধ্যা আৰতী সমাপ্ত কৰি পুনৰ গাড়ী

**বঙ্গ প্ৰদেশ শিলিগুৰী পথত**

এৰি দি কিছুদূৰ আহি "ত্ৰস্তা" নামৰ নদীখন পোৱাহি হয়। ৰাতি হোৱাৰ বাবে এই নদীৰ দলঙৰ দীঘ কিমান হব, শুদ্ধ অনুমান কৰিবলৈ সক্ষম নহলেও সম্ভৱ ১২০০-১৪০০ ফুটৰ কম নাছিল। বেচ ধুনীয়া দলংখন। চাকৰীৰ দায়ীত্বত পৰি কৰ্ম্মীসকলে আমাৰ গাড়ী খন ৰাখে আৰু দলং পাৰ হোৱাৰ বাবে পাৰ মাচুল বিচাৰ কৰে। শ্ৰীশ্ৰীসত্ৰাধিকাৰৰ মুখৰ মধুৰ বাণীত অপ্যায়ীত হৈ কৰ্ম্মীসকলে প্ৰভুক সেৱা জনাই বিদায় দিয়ে। লগে লগে আমি নিৰ্দ্দিষ্ট স্থানলৈ আহোঁহক। ৰাতি প্ৰায় বাৰ বাজে, ঠিক সেই সময়তেই আমালোক শিলিগুৰী পাওঁহি আৰু গাড়ী ৰাখি বাকী ৰাতি কটোৱা হয়।

সেইদিনা ১৮ আঘোণ, বৃহস্পতিবাৰ, পুৱা স্নান কৰি
মহানদীৰ কাষত ভাত-পানী খাই বিয়লী এক বজাত কলিকটাৰ
অভিমুখে যাত্ৰা কৰা হয়। বাটত মালদহ
**শিলিগুৰী** নামৰ এখন স্থান পোৱা যায়। প্ৰদেশ
**বঙ্গ প্ৰদেশ** বিহাৰ। তাত পৰিপাতিকৈ ৰক্ষণ কৰা বহুত
**৪।১২।৬৯** আম বাৰী দেখিবলৈ পোৱা গৈছিল। তাৰ
পৰাও অসমলৈ আম আমদানী হয়। অহৰহ
গতিৰে গাড়ী যাব ধৰে। ১·৩০ বজাত ৰাতি গঙ্গাৰ
খেজুৰীয়াঘাটত থকাগৈ হয়।

গঙ্গাত দুখন পাৰ কৰা জাহাজ আছে। এই জাহাঁজত
গাড়ী আৰু মানুহ আদি পাৰাপাৰ হয়। একোখন জাহাজত
বোজাই সহ ১২ খন প্ৰকাণ্ড লড়ী যাব পাৰে। আমি পুৱা
সাত বজাত আমাৰ গাড়ী উঠাই লৈ গঙ্গা
**খেজুৰীয়া ঘাট** নদী পাৰ হোৱা হয়। গাড়ীৰ ভাড়া ৪৫·০০
**"গঙ্গা"** পঞ্চলিছ টকা আমাৰ পৰা আদায় লৈছিল।
**৫।১২।৬৯** ইয়াত প্ৰতি পাৰতে ৫০০-৬০০শ খন পৰিমীত
গাড়ী পাৰাপাৰৰ অপক্ষ্যাত থাকে। যিহেতু
কলিকটাৰ পৰা অসমলৈ অহাযোৱা প্ৰথম দুৱাৰ সেই গঙ্গা
ঘাট! তাৰ বাহিৰে বাছ লড়ী আদি যাব পৰা সুবিধাৰ
অন্য পথ নাই। বৰ্ত্তমান ঘাটৰ নিচেই ওচৰতে বিৰাট
আকাৰৰ এখন পকা দলংৰ নিৰ্ম্মাণ কাম চলিছে সেই দলঙেদি

**নতুন নিৰ্ম্মাণ**
**পকা দলং**
**খেজুৰীয়া ঘাট**

যাত্ৰী, বাছ, লড়ী, ৰেল আদি সুচাৰুৰূপে যাব পৰা ব্যৱস্থাৰে নিৰ্ম্মাণ কৰা দেখা গৈছে। তিনি চাৰি বছৰত সেই দলং সম্পুৰ্ণ হৈ উঠিবগৈ বুলি জনা গৈছিল। শ-শ বনুৱাই দিনে-ৰাতিয়ে কাম কৰে। উক্ত নদী পাৰ হৈ ক্ৰম গতিৰে তিব্ৰবেগে গাড়ীৰ চকা ধৰীত্ৰিৰ বুকত বাগৰিব ধৰে। নানান স্থান পাৰ হৈ ৰাতি ১-৩০ বজাত কলিকটা চহৰৰ সমীপৰ কালীঘাটত গাড়ী ৰখাগৈ হয়। ৰাতি সেইদিনা গাড়ীতে থকা হৈছিল।

**বঙ্গপ্ৰদেশ**
**কলিকতা**
**কালীমন্দিৰ**

সেইদিনা ৬-১২-৬৯ তাং ২০ আঘোণ শনিবাৰ। পুৱা কালীমন্দিৰৰ ওচৰত থকা পাণ্ডাৰ সৌজন্যত স্নান আহ্নিক সমাপন কৰি কালীমন্দিৰলৈ অহা হয়। জগত জননী কালীমাৰ চৰণ দৰ্শন কৰি চহৰ ভ্ৰমণ কৰা হয়। তাৰ পৰা উৰিষ্যা প্ৰদেশলৈ জগন্নাথ ক্ষেত্ৰ অভিমুখে গাড়ী এৰি দিয়া হৈছিল! তেতিয়া প্ৰায় ১২ বাজে। কলিকটাৰ দৰ্শনৰ ভিতৰত হাওৰা দলং গঙ্গাত থকা বৃহত বৃহত জাহাজ নানান কল কাৰখানা বহুত সা সজুলী লগে লগে ১৪-১৫ মহলৰ উচ্চত্তৰ ঘৰবিলাকও আধুনীকটাৰে সজাই ৰখা নানান তৰহৰ পৰিবেশ সমূহ চাই চিতি মনত আনন্দ লাগিছিল! চহৰৰ (Calcutta Corporation)ৰ ৩২ মাইল বুলি জনা যায়। ই ভাৰতৰ ভিতৰত বৃহত ব্যৱসায় কেন্দ্ৰ।

হাওৰা দলঙেদি গাড়ী আহিব ধৰে। সেই দলঙৰ অনতি দূৰত শিয়াল দহ জংচন! হাওৰা দলং এৰিয়েই পাব পাৰি! জনযাত্রী ব্যৱসায়ী দোকান-বজাৰ বহুত।

**উৰিষ্যা যাত্রা**

স্থানৰ বৰ অভাৱ। আহোতে খৰগপুৰ, চন্দ্রপুৰ, নৰগঞ্জ, দেউলড়ি, নাওঁপাল্লা, শৰৎসেতু, শোণ নদী, কোলাঘাট, মেদিনীপুৰ, দামোদৰ নদী, ৰূপনানদী, আদি প্রায় স্থানবোৰ পোৱা হৈছিল। দুপৰীয়া খোৱা-লোৱাৰ ব্যৱস্থা নথকা হেতু কোলা ঘাটৰ পৰা দুমাইল দূৰ আহি ভাত খোৱাৰ ব্যৱস্থা কৰা হৈছিল। তেতিয়া সময় বিয়লি ছাৰে তিনি।

খাই লৈ পুনৰ তুফান গতিত গাড়ী এৰি দি কিছু স্থান অতিক্রমী গোৰথ পুৰত সোমোৱাহি হৈছিল। তাৰ বাজেও বেল্‌দা স্থুৱর্ণনদী, বাৰীপাদা, বালেশ্বৰ, আদি স্থান পোৱা হয়। ইয়াত জগন্নাথৰ প্রতিমূর্ত্তি মন্দিৰ পোৱা হৈছিল।

**“বাৰীপাদা” শাখা জগন্নাথ**

কোনো এক জমিদাৰলোকে সেই মন্দিৰ নির্ম্মাণ কৰি তাত জগন্নাথ দেৱক স্থাপন কৰাই দিছিল। আর্থিক নথকা যাত্রীসকলে আৰু সমীপস্থলোক সকলে সেই জগন্নাথতে শ্রদ্ধা নিবেদন জনাই জীৱন সার্থক কৰে। আহোঁতে স্থুৱর্ণ নদীৰ কাষতে ৰাতি যথেষ্ট আৰু সিমান্ত চকি বন্ধ থকাত উক্ত স্থানতে ৰজনী যাপন কৰা হয়। তেতিয়া প্রায় দুই বাজে।

সুৱৰ্ণ নদীৰ নিৰ্ম্মল জলত পুৱা সকলোৱে স্নান কৰি সাধাৰণ আহাৰ কৰি ৮ বজাত গাড়ী

উৰিষ্যা প্ৰদেশ

এৰি দিয়া হয়। সেই দিনা ৭।১২।৬৯, ১১ আঘোন শনিবাৰ! উৰিষ্যাৰ সীমান্তচকি অতিক্ৰম কৰি গৈ এখনি সৰু অথচ গভীৰ নদী পোৱাগৈ হয়। নাম বৈতৰণী ওচৰতে পাণ্ডু পুখুৰী নামৰ এখন গাওঁ আছে। জয়া মণ্ডলীৰ আচৰণে সভ্যতাৰ পৰিচয় দিয়ে! তাতেই ৰাতি ৬টা হয়। সন্ধ্যা দেবীৰ কলা ওৰণীয়ে আচ্ছাদন কৰিবৰ উপক্ৰম কৰা দেখি তাতেই নদীৰ পাৰত খোৱা মেলাৰ ব্যৱস্থা কৰা হৈছিল। খাই লৈ

উৰিষ্যা ভুবনেশ্বৰ দয়াৰনদী

ৰাতি ৮-৩০ বজাত ভূৱনেশ্বৰলৈ যাত্ৰা কৰা হয়! ভূৱনেশ্বৰ ৰাতি ১২ বজাত পাই দয়া নদীৰ কাষত গাড়ী ৰাখি শোৱাৰ ব্যৱস্থা কৰা হয়। দয়ানদী বহুত বহল আহল। পাৰত নানান তৰহৰ খেতি বিশেষকৈ কুহিয়াৰ, শাক-পাচলিও বিস্তৰ হয়।

৮।১২ ৬৯ তাং পুৱা গা পা ধুই সোনকালেই গাড়ী পুৰী অভিমুখে এৰা হয়। দুপৰতে পুৰীৰ ভিতৰত আমালোক সোমাইছিলো আৰু অসম পাণ্ডা শ্ৰীশ্ৰীলোকনাথ

উৰিষ্যা জগন্নাথপুৰী দৰ্শন ৮।১২।৬৯ সোমবাৰ

মহাপাত্ৰৰ আদৰ আশ্বাষত পথ শ্ৰান্তি উপসম ঘটে! সেইদিনা আছিল আঘোণৰ ২২ তাৰিখ! লগে লগে জগন্নাথ মন্দিৰ দৰ্শনৰ বাবে যোৱা হয় আৰু পাণ্ডাদেৱৰ নিৰ্দ্দেশ মতে প্ৰদক্ষিণ কৰি মহাপ্ৰভূৰ পাদ পদ্ম স্পৰ্শ কৰি দেহৰ সাৰ্থক কৰা

হৈছিল। কিন্তু আগত বিশ্ব হিন্দু মহাসভাৰ দিন চমু চাপি অহা হেতুকে বেছিপৰ পলম নকৰি থকা জ্ঞান পাণ্ডাৰ ভবনলৈ আহি মহাপ্রসাদ আদি দ্রব্য ভোজন কৰি তিনি বজাত পুনৰ গাড়ীৰ গৰ্ভত প্রবেশ কৰা হয়। তেতিয়াও উড়ুপীলৈ ৩০৫০ মাইল বাকী আছিল।

পুৰীৰ পৰা সাক্ষী গোপাল মন্দিৰলৈ দূৰত্ব ৭ মাইল।

**পুৰী ত্যাগ সাক্ষী গোপাল দৰ্শন**

জগবন্ধু দৰ্শনৰ পাচত সাক্ষী গোপাল দৰ্শন কৰা কৰ্ত্তব্য! নতুবা জগন্নাথ দৰ্শনৰ কোনো কাল নাথাকে বুলি জনা যায় আৰু প্ৰবাদ আছে! সেই অনুযায়ী সাক্ষী গোপাল দৰ্শন কৰি সন্ধ্যা ৬ বজাত মহাৰাষ্ট্ৰ পথে গাড়ী এৰি দিয়া হৈছিল! মনত অনন্দ লাগিছিল! পুৱা প্ৰায় ছয় বজাত অন্ধ্ৰপ্ৰদেশৰ টেলেগু ভাষী এখন

**অন্ধ্ৰপ্ৰদেশ ৯৷১২৷৬৯**

গাৱঁত গাড়ী ৰাখি গা-পা ধোৱাৰ ব্যৱস্থা কৰা হয়। সেই ঠাইৰ ভাষা আমি নুবুজো হিন্দি কথাও তেওঁলোকে নুবুজে! লৰা-ছোৱালী বিলাক দেখিলে মৰম লগা! টেলেগু আখৰে বেলেগ আকাৰত অঙ্কিত। পঢ়া আৰু কথা কোৱা শুনিবলৈ বৰ মধুৰ।

ইয়াৰ গোদাবৰী, কৃষ্ণা নামৰ দুখন নদী পোৱা হয়। ধান, ঘেহু, চিনা বাদাম ধপাত আৰু তিল খেতি প্ৰায় অংশতেই দেখা পোৱা হয়। তাতে খাইলৈ সেই স্থান

এৰি ক্ৰমান্বয়ে মহাৰাষ্ট্ৰৰ গৰ্ভলৈ গাড়ী এৰি দিয়া হয়। যাওঁতে যাওঁতে উন্নত গ্ৰাম সমূহ চকুৰ পৰিছিল। কিন্তু লিখি থোৱা নাম কালীৰ আখৰ অজানা হোৱা বাবে গ্ৰামৰ নাম সমূহ উল্লেখ কৰিবলৈ অপাৰগ! স্থান বিশেষে অতি মনোৰম। ৰীতি, নীতি, বহু গুণে প্ৰশংসনীয়। খাজুৰী তাল, বহু উৎপন্ন হয়। ঘৰবাৰী বিলাকৰ অৱস্থা সাধাৰণ হলেও বাহ্যিকটাৰ পৰিচয়ে আৰ্থিক অৱস্থাৰ সবলতা প্ৰমাণ দিছিল। পাহাৰবোৰ সঘনে দৃষ্টিত পৰিছিল।

**অন্ধ্ৰ প্ৰদেশ**

পাহাৰৰ ওখ চাপৰ সৌন্দৰ্য্য পূৰ্ণ দৃশ্য সমূহে আনন্দতে দুগুণ আনন্দৰ ইন্ধন যোগায়। সভ্যতাৰ নিদৰ্শণ তেওঁলোকৰ চৰিত্ৰৰ পৰাই বুজা যায়। যান বাহন পানী দুনিৰ যথেষ্ট সচল। খাটি ঘিউ, গাখীৰ যথেষ্ট পোৱা যায়। বিশেষকৈ ভেড়া ছাগলীৰ গাখীৰ বহু পৰিমাণে পোৱা যায়। অধিবাসীবিলাকে প্ৰায় ছাগলী গাখীৰেই বেছি ব্যৱহাৰ কৰে—আৰু ঘিউ কৰি ঔষধালয় বিলাকত বিক্ৰি কৰে! ছাগলী আৰু গাধৰ পালবোৰ দেখিলে আচৰিত নহৈ নোৱাৰি। ভেড়া ছাগলীৰ নোমবিলাক কাতি বিক্ৰি কৰে—আৰু গাধৰে বোজা কঢ়িয়ায়। ধান অধিক উৎপন্ন হয়। কৃষিত মুনিহ তিৰোতাৰ কৰ্ম্ম স্থলত প্ৰভেদ নাই। প্ৰায় ঘৰবিলাক তাল পাতেৰে নিৰ্ম্মাণ কৰা। চৰকাৰৰ প্ৰখৰ দৃষ্টি থকা সূত্ৰ বিশেষ ভাবে থকা জনা গৈছিল। অন্ধ্ৰ প্ৰদেশৰ অন্তৰ্গত বিশাখাপট্টম ৰাতি গাড়ী ৰাখি নিদ্ৰা

দেবীৰ আশ্ৰয় লোৱা হয়। বিশাখাপট্টম এডোখৰ অস্ত্ৰ পাতি কল কজাৰ কাৰখানাৰে উন্নতিশীল স্থান। ব্যৱসায়ৰ কেন্দ্ৰ স্থল।

১০।১২।৬৯ তাৰিখ ২৪ আঘোণ ৰাতি পূৱা ৬টা বজাত গাড়ী এৰি ১২ মাইল অন্তত এক স্থানত সূচল পাই স্নান কৰি লোৱা হয়। এই স্থানতো টেলেগু ভাষাই প্ৰচলন। কোনো কথাই বুজিব পৰা নহৈছিল। আমাৰো কথা তেওঁলোকে নুবুজিছিল। অঙ্গি ভঙ্গিতেই প্ৰায় কথা আৰু বস্তু পাতি কিনা মেলাৰ সুযোগ ঘটিছিল। পৰ্ব্বত সমূহ ইয়াটো কম নহয়। উপৰুক্ত তেলেগু ভাষা বালক বালিকা সকলৰ লগত

**তেলেগু ভাষী ছাত্ৰ-ছাত্ৰীৰ লগত প্ৰভুৰ দেখা সাক্ষাত**

শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুৱে আদৰ আলাপ কৰি সিহঁতৰ দ্বাৰা স্থুলীয়া স্তৱ স্তুতি নেওঁটা আদি সেই ভাষাৰেই পাঠ কৰাই সন্তোষ লাভ কৰিছিল। ছাত্ৰ-ছাত্ৰী সকলক মিষ্ট খাদ্য দ্ৰব্য বিতৰণ কৰি দিয়া হৈছিল। কিন্তু লগত থকা শিক্ষক জন হিন্দি ভাষাত পাৰ্গত থকা হেতু আমি সেই

**বিশাখাপট্টম বন্দৰ**

ভাষাৰ ৰহস্য সমূহ উপভোগ কৰিবলৈ যথেষ্ট সুবিধা পাইছিলোঁ। উক্ত স্থানত গাই সংখ্যা যথেষ্ট কম। মহৰ সংখ্যা বহুত। গৰুৰ গাড়ী টনা বলদ বহুত দেখা পোৱা হৈছিল।

তাৰ পৰা গাড়ী আবেলি ছাৰি বজাত এৰি দিয়া হয়। অলপ দূৰ আহি এটা ৰেলৰ জংচন পোৱাহি হয়। তেতিয়া

ৰাতি ৭ বাজিছিল। সেই স্থানক বিশাখাপট্টম বন্দৰ বুলিছিল। তাৰ পৰা আহি সম্বল স্থৰ নামৰ এডোখৰ ঠাইত ৰাতি ৰোৱাহি হয়। পুনৰ পুৱা ৫ বজাত গাড়ী এৰি মাদ্ৰাজ পথে যাত্ৰা কৰা হয়। বাতত আহোঁতে বহুত ধোবাৰ গাওঁ পোৱা হৈছিল। সৰু বৰ বহু নদী পকী দলং হাত বজাৰ অনেক স্থান দেখিবলৈ পোৱা গৈছিল। কাষতে গোদাবৰী আৰু সৰস্বতী নদী প্ৰবাহীত হৈ আছে। সেই ঠাইত আম লিচু এপোল নাছপতি কাজুবাদাম নাৰীকল খাজুৰী আদিৰ বাগিছা সমূহ দেখি আচৰিত নহৈ নোৱাৰি। সেই নদী সমূহত নাওঁ ব্যৱসায়ী বহু ভাগে দেখিবলৈ পোৱা হৈছিল। ৰাতি অহাৰ বাবে সকলো স্থানৰ

**মাদ্ৰাজ**

বিষদ বিবৰণ লিখিবলৈ সুবিধা পোৱা নহল। তাৰ পাছত মাদ্ৰাজ নগৰত সোমোৱাহি হয়। নগৰৰ সৌন্দৰ্য্য আৰু কাৰুকাৰ্য্য দেখি আচৰিত নহৈ নোৱাৰি।

নগৰৰ কিছু দৃশ্য চাই চমূ পথে মহাৰাষ্ট্ৰৰ লক্ষ্য অক্ষুণ্ণ ৰখা হৈছিল। মাদ্ৰাজৰ পৰা মহিশূৰ পথে যাত্ৰা কৰা হয়। তেতিয়া ৰাতি প্ৰায় ৯ বাজিছিল। মাদ্ৰাজৰ পৰা মহীশূৰলৈ ২৫০ মাইল। গৈ গৈ কৃষ্ণ নগৰ

**মহীশূৰ**

**কৃষ্ণা নগৰ**

পোৱাগৈ হয়। কলিকতাত থাকি বন্ধুগুণে এই নগৰ বৰ্ণ্ণীত। নগৰৰ অতুলনীয় দৃশ্য। কাৰুকাৰ্য্য দেখি ক্ষুদ্ৰ বিবেকৰ ধাৰণা শক্তিয়ে কাৰ্য্য ক্ষেত্ৰত সমল যোগাবলৈ অক্ষম হৈ পৰাটো স্বভাবিক কথাই হৈ

পৰিছিল। ৰাষ্টাৰ পাৰাবাৰ নাই। এনে হেন লাগিছিল যে বিশ্বৰূপত যেনেকৈ অৰ্জ্জুন বিয়ামোহ হৈছিল ঠিক সেই দৰে হোৱাৰ কোনো সন্দেহ নাছিল। তাৰ পৰা ১২ মাইল মান আহি গাড়ী ৰখায় আমি অলপ জীৱণী ললোঁহক। তেতিয়া ৰাতি ২ বাজে। পুনঃ গাড়ী যাব ধৰে ৰাতি পূৱাওঁ পূৱাওঁ অৱস্থা। সূৰ্য্যদেৱে ৰঙা সাজেৰে সাজি কাচি পূব দিশত দৃশ্য পট মেলিছে।

১২।১২।৬৯ তাৰিখ ২৬ আঘোণ শুক্ৰবাৰ। পবণ সদৃশ গাড়ীৰ গতি আৰু কমা নাই। পূৱাৰ মৃদু মলয়াৰ বা চাতি ৰিব ৰিব কৰি গাত লগাত নিদ্ৰা দেবীয়ে আল ফুলকৈ মূৰত হাত বুলাই কোলাত লৈছে। বিহগ বিহগীৰ সুললীত কণ্ঠস্বৰে তাতে সমল যোগাইছে। গাড়ীৰ যাত্ৰীসকল তেতিয়াও নিবিড় নিদ্ৰাত গিমগ্ন। তথাপিও গাড়ী দুৰ্ব্বাৰ গতিৰে চলি আছে। দেৱাৰ্পিতৰ দেৱ শক্তি দুগুণে চৰিছে। বাঙ্গালোৰৰ বহল পথত দেবাৰ্পিতৰ দিব্য গৰ্জ্জনৰ বিৰাম নাই।

**বাঙ্গালো পথ**

আবেলি ৪ বাজি পাৰ হৈ গৈছে। তাতেই কিছু ফল মূল লৈ শৰীৰ ৰক্ষণৰ উপায় লোৱা হৈছিল। বাঙ্গালোৰৰ পৰা তেতিয়াও মহীশূৰলৈ ৯৮ মাইল বাকী আছিল। অনাহাৰ অনিদ্ৰাই একাদিক্ৰমে দুদিন অহাটো মহীশূৰ পাওঁতে ৰাতি হয়হি। ইপিনে আগত ১৩।১২।৬৯ তাৰিখে সভাৰ দিন

থকাৰ বাবে গোটেই ৰাতি চলি থকাৰ ক্ৰটী হোৱা নাছিল।

**মহাৰাষ্ট্ৰ উডুপীত প্ৰবেশ ১৩।১২।৬৯**

দিন ৰাতি আহি থকাৰ বাবে বাচ চালকজন বিশেষ ক্লান্ত হোৱাহেতু ১৫১ মাইল অহা মধ্যস্থতাত এঘন্টা সময় তেওঁক জীৰণি লবলৈ দিয়া হয়। ৰাতি ৪ বজা পুহৰী পুহৰী অৱস্থাত উডুপী সাগৰৰ দাতী দেখি মহাসভালৈ গাড়ী এৰি দিয়া হয়। আহোঁতে ৰাতি প্ৰায় পাঁচ হেজাৰ ফুটতো উচ্চ পাহাৰৰ ওপৰত একা বেকা পথেদি গাড়ী উঠি আহে। ক্ৰমে সেই বাকী থকা পথ সমূহ অতিক্ৰমী পূৱা ১০ বজাত উডুপীৰ থকা স্থান সভা স্থল পোৱাহি হয়। সেই সময়ত সভাৰ যথা সেৱক আৰু অন্যান্য মূখ্য কৰ্ম্মচাৰী সকলৰ অভ্যৰ্থনাৰ দ্বাৰা প্ৰভুক সম্বৰ্দ্ধনা জনাই যথেষ্টই আশ্বাষ কৰে। সকলোজনে স্নান সন্ধ্যা ক্ৰিয়া সমাপণ কৰি অতিথিৰ বাবে সংগ্ৰহ কৰি ৰখা যা জলপান খাই ক্ষুধা তৃষ্ণা নিবাৰণ কৰি সভাৰ কামত ব্যস্ত হোৱা হল সেই দিনাৰ তাৰিখ আছিল ১৩।১২।৬৯ তাৰিখ শনিবাৰ ২৭ আঘোণ।

তাৰ পাছত মহা মহোদয় আচাৰ্য্য সকল আহি প্ৰভুৰ দেখা সাক্ষাত হয়। শ্ৰীআপ্তেমী প্ৰমূখ্যে মূক্ষলোকসকল আহি কুশল সমাচাৰ আৰু স্বাগত বাণীৰে প্ৰভু আৰু সঙ্গী বৈষ্ণৱ সকলক আনন্দেৰে অপ্যায়ীত কৰেহি।

**উডুপীৰ বিশ্বহিন্দু পৰিষদ**

আবেলি দুই বাজে এনেতে সভাৰ গাড়ী আহি উপস্থিত। সকলো জন গাড়ীত উঠি সভাস্থান পোৱাগৈ হয়। সভাৰ ভাষণ

সভাই সুবিধা দিছিল। প্ৰথমেই পূজ্য পাদ সত্ৰাধিকাৰ প্ৰভুক দিবলৈ সভাই সুবিধা দিছিল। সভাস্থলত সত্ৰাধিকাৰ উপস্থিত হোৱাৰ তোৰণতে মুক্ষ আচাৰ্য্য এদল আচাৰ্য্য সহ শ্ৰীমৎ মধ্বাচাৰ্য্যই এধাৰী নানান পুষ্পেৰে পৰিশোভিত অঙ্গ মালাৰে প্ৰভুক শ্ৰদ্ধা আৰু সন্মান প্ৰদৰ্শন কৰে। লগে লগে সভাত কৰ তালৰ ধ্বনী উঠে। নিৰ্ম্মাণ কৰি ৰখা সভাৰ উচ্চ মঞ্চৰ মধ্য স্থানত সু-ব্যৱস্থাৰে ৰখা আসনত বহুৱাই আৰু খস্তেকৰ পাচতে প্ৰভুৰ ভাষণ ডাঙি ধৰে। বক্তব্যৰ সময় আছিল ৩০ মিনিত। কিন্তু অসমৰ পৰিচয় বিশেষ ভাবে ব্যাখ্যা কৰোতে অতিৰিক্ত ১০ মি সময় অতিবাহিত হৈছিল। তাৰ পাচত অন্যান্য বিষয় উল্লেখ কৰি হিন্দিত প্ৰাঞ্জল ভাষাৰে ভাষণৰ

মহাৰাষ্ট্ৰ উডুপী

জোৱাৰ তুলিবলৈ ধৰে। মাজে মাজে দৰ্শক সকলৰ পৰা ঘণ্ ঘণ্ কৰতাল শুনি বিশেষকৈ অসমৰ গৌৰব বৃদ্ধিৰ বাবেই অধিক আনন্দ লাগিছিল।

## উডুপীৰ "বিশ্ব হিন্দু সন্মিলনত" দিয়া শ্ৰীশ্ৰীসত্ৰাধিকাৰৰ ভাষণ

মঙ্গলা- চৰনম্

শ্ৰীশ্ৰীযাদৱঃদেৱ পাদ কমলম্ তদ্ভক্ত ভৃঙ্গালয়ম। প্ৰেমা স্বাদন মাদনাৰ্দ্দনুগতে গীতধ্বনী ধ্বানীতম্। যৎ সৌন্দ

বিমোহিতা বিচলিত শ্ৰিয়া ভিয়া সেৱিতম্। সৌ গন্ধ্যাতিশয়ঞ্চ পঞ্চ বিষয়ৈযুক্তম্ ভজে কোমলম্ !!

"সমৱেত হে সুধীবৃন্দ"

ভাৰতৰ একেবাৰেই পশ্চিম প্ৰান্তত অৱস্থিত শ্ৰীশঙ্কৰ শ্ৰীৰামানুজ আদি মহান আচাৰ্য্য সকলৰ পুণ্য স্মৃতি বিজড়িত সমস্ত ভদ্ৰ আচাৰ্য্য গুৰুনানক আদি গুৰুসকলৰ পদৰেণু ৰঞ্জিত আৰু বিশেষকৈ শ্ৰীমধ্বাচাৰ্য্যৰ বিনিস্মিত এই "উডুপীৰ" ভগৱৎ ভক্তি মন্দিৰৰ পবিত্ৰ প্ৰাঙ্গনত অনুষ্ঠিত ধৰ্ম্মমহা সন্মিলনলৈ আমন্ত্ৰিত হৈ ভাৰতৰ পূব প্ৰান্তৰ অসম (কামৰূপ) অন্তৰ্গত মহাবাহু ব্ৰহ্মপুত্ৰৰ দ্বাৰা পৰিবেষ্টিত মাজুলীৰ দক্ষিণ পাট সত্ৰৰ পৰা আহি মঙ্গলময় সাধুসকলৰ মাজত সৌভাগ্য ক্ৰমে উপস্থিত হবলৈ পাই নিজকেই কৃতাৰ্থ মানিছোঁ। দক্ষিণত শ্ৰীৰামানুজ শ্ৰীমধ্বাচাৰ্য্য আদি বৈষ্ণবাচাৰ্য্য সকলৰ আবিৰ্ভাবৰ প্ৰায় একে সময়তে পূবে কামৰূপত শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ লগতে শ্ৰীশ্ৰীদামোদৰদেৱ আবিভূত হৈ বৈদিক ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰে। শ্ৰীশ্ৰীদামোদৰদেৱৰ প্ৰধানতম শিষ্য পুণ্য শ্লোক ৺শ্ৰীশ্ৰীবণমালীদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি প্ৰবলপ্ৰতাপী আহোম ৰজা জয়ধ্বজ সিংহই তেৰাক ভূমিবৃত্তি সহ স্থাপন কৰি দিয়া দক্ষিণপাট সত্ৰই আমাৰ সেই সত্ৰ। ৺বণমালী দেৱৰ পৰা আমালৈকে হোৱা পোন্ধৰ জন উদাসীন সত্ৰাধিকাৰ সেই বনমালীদেৱৰেই বংশধৰ। অন্যান্য সত্ৰবিলাকৰ

লগতে এই সত্ৰই অসমৰ হিন্দু সমাজৰ বিৰাট অংশৰ ধৰ্ম্মীয় সামাজিক জীৱনৰ সংহতি ৰক্ষা কৰি আহিছে।

সুধী সকল :—পূণ্যভূমি ভাৰতৰ সুপ্ৰাচীন ঐতিহ্য মতে ৰাষ্ট্ৰ ধৰ্ম্মাশ্ৰয়ী। কিন্তু! বৰ্ত্তমান কালত সেই ঐতিহ্যৰ অৱসান হোৱা দেখা গৈছে। সেই কাৰণে ভাৰতত আমাৰ হিন্দু ধৰ্ম্মই কিছুমান নতুন সমস্যাৰ সন্মুখীন হব লগা হৈছে। স্বাধীন ভাৰতে গ্ৰহণ কৰা ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰনীতি অনুযায়ী ভাৰতে কোনো এটা ধৰ্ম্মৰ পোষকটা নকৰি সকলো ধৰ্ম্মৰ প্ৰতি নিৰপেক্ষ হৈ চলিছে। হিন্দু ধৰ্ম্মৰ বাহিৰে পৃথিবীৰ প্ৰধান প্ৰধান ধৰ্ম্ম কেয়োটাৰে ৰাষ্ট্ৰীয় পৃষ্ঠপোষকটাৰ কাৰণে একাধিক দেশ বা ৰাষ্ট্ৰ আছে। পৃথিবীৰ অ মুছলমান কোনো দেশত ইছলাম ধৰ্ম্মৰ প্ৰতি কোনো অপমান বা অসন্মান হলে সেই দেশে ছৌদী আৰবকে মুখ্য কৰি এছিয়া আফ্ৰিকাৰ বহু মুছলিম ৰাষ্ট্ৰৰ প্ৰবল হেচাত পৰিব লগীয়া হব। কোনো অ খৃষ্টিয়ান দেশত খৃষ্ট ধৰ্ম্মৰ ওপৰত কোনো আঘাট পৰিলে সেই দেশে পৃথিবীত খৃষ্টান ৰাষ্ট্ৰ সমূহৰ ৰোষত পৰি কিমান বিপন্ন হব সেইটো সহজে অনুমেয়। ভাৰততে উৎপত্তি হৈ বিকশিত হোৱা বৌদ্ধ ধৰ্ম্মৰ প্ৰতিও কোনো অ বৌদ্ধ দেশত অসন্মান প্ৰদৰ্শন হলে ব্ৰহ্মদেশ, সিংহল, থাইলেণ্ড আদি বৌদ্ধ দেশ সমূহে তাৰ প্ৰতিকাৰৰ কাৰণে নিঃসন্দেহে ঠিয় দিয়ে আৰু দিবও। কিন্তু হিন্দু ধৰ্ম্মৰ বৰ দুৰ্ভাগ্যৰ বিষয় যে যি পুণ্য ভূমি ভাৰতত এই

সনাতন ধৰ্ম্মৰ উদ্ভৱ আৰু বিকাশেযি খন দেশৰ সভ্যতা, সাহিত্যৰ, সংস্কৃতি আৰু জীৱনচাৰ্য্যৰ আধাৰ হৈছে এই হিন্দু ধৰ্ম্ম লোক সংখ্যাৰ ফালৰ পৰাও যি দেশ প্ৰধানতঃ হিন্দু সেই দেশতে এই ধৰ্ম্মৰ প্ৰতি ৰাষ্ট্ৰীয় পৃষ্ঠ পোষকতাৰ অভাৱ। নিজ দেশতে যি ধৰ্ম্মৰ প্ৰতি কোনো আঘাট বা অসন্মানৰ প্ৰতিকাৰ কৰিবলৈ ৰাষ্ট্ৰ শক্তি অক্ষম এনেস্থলত পৃথিবীৰ অন্যান্য দেশত বসবাস কৰা হিন্দু সকলৰ ধৰ্ম্মীয় স্বাৰ্থ ৰক্ষা কৰাটো প্ৰায় অসম্ভৱ কাৰ্য্য। আমি এইদৰে কৈছো যদিও আমি জানো আৰু বিশ্বাস কৰো ধৰ্ম্মৰ শক্তি বা প্ৰভাৱ ৰাষ্ট্ৰীয় শক্তিৰ ওপৰত ঘাইকৈ নিৰ্ভৰ নকৰে। কেৱল ৰাষ্ট্ৰৰ আশ্ৰয় বা পৃষ্ট পোষকতাত যি ধৰ্ম্ম প্ৰচাৰ হয় সেই ধৰ্ম্মৰ প্ৰভাব কেতিয়াও স্থায়ী হব নোৱাৰে। অকল ৰাষ্ট্ৰীয় শক্তিৰ আলমত হিন্দু ধৰ্ম্মৰ বিকাশে বা প্ৰচাৰ হব তেনে হোৱাহেতেন পাঠান মোগল আৰু বৃটিছ-ক্ৰমান্বয়ে এই তিনিও ভাৰত বিজেতা অ হিন্দু শক্তিৰ অধীনলৈ যোৱা ভাৰতৰ পৰা হিন্দু ধৰ্ম্ম কেতিয়াবা বিতাড়িত হলহেতেন। কিন্তু ধৰ্ম্মৰ প্ৰতি ৰাষ্ট্ৰীয় পৃষ্ঠ পোষকতাৰ আৱশ্যক যে হয় সেইটো কেৱল ধৰ্ম্মৰ কাৰণেই নহয়, ৰাষ্ট্ৰৰ নিজৰ মঙ্গলৰ নিমিত্তেও। আমি স্বীকাৰ কৰো ধৰ্ম্মৰ গ্লানি হৈ ধৰ্ম্মৰ নামত অনেক অকাৰ্য্য হয় আৰু হৈয়ো আছে। কিন্তু অনেক ৰাষ্ট্ৰীয় বিপৰ্য্যয়ৰ মাজতো সমাজ জীৱন আৰু উচ্চ নৈতিক আদৰ্শ ৰক্ষা কৰি আহিছে। এই ধৰ্ম্ম ই

ইয়াৰ সত্যতা সমধিক ভাবেই প্ৰকটিত হৈ আহিছে প্ৰাচ্য জগতত।

আমাৰ পুণ্য ভূমি ভাৰতে ধৰ্ম্ম নিৰপেক্ষতা নীতি গ্ৰহণ কৰাত আমাৰ বিশেষ আপত্তিৰ কাৰণ নাই। হিন্দু ধৰ্ম্ম ই উচ্চতম আধ্যাত্মীক দৰ্শন আৰু আদৰ্শৰে বিশ্বৰ সমস্ত প্ৰাণীকে সমস্ত মানৱ কুলকে একতা স্বৰূপে গ্ৰহণ কৰি আহিছে। হিন্দু আত্মা ভাৰত ৰাষ্ট্ৰই হৰ্ষবৰ্দ্ধন ভাস্কৰ বৰ্ম্মা, আশোক, শিৱাজী আদি সুমহান ভাৰতীয় ৰাষ্ট্ৰ নায়ক সকলৰ পৰম্পৰা ৰক্ষা কৰি সকলো ধৰ্ম্মৰ প্ৰতি সমদৰ্শিতাৰে নীতি গ্ৰহণ কৰাটো স্বাভাৱিক কথাই হৈছে। কিন্তু হিন্দু ধৰ্ম্ম ই যি উদাৰতা আৰু সমদৰ্শিতাৰে ধৰ্ম্মৰ ক্ষেত্ৰত শান্তি পূৰ্ণ সহ অৱস্থান নীতি অৰ্থাৎ ৰাষ্ট্ৰীয় ক্ষেত্ৰত ধৰ্ম্ম নিৰপেক্ষ নীতি গ্ৰহণ কৰিছে। অন্যান্য বিদেশাগত ধৰ্ম্ম বিলাকেও সেই উদাৰতা সমদৰ্শিতাৰ নীতি সমান কৰি চলিব লাগে। যদি সেইটোৱেই কাৰ্য্যতঃ নহয় তেন্তে অকল হিন্দুৱেই এক তৰফীয়া ভাবে সেই নীতি অনুকৰণ কৰিবলৈ গলে হিন্দুৰ অপকাৰৰ বাহিৰে উপকাৰ নহয়। আমি দুখেৰে এই কথা লক্ষ্য কৰিছোঁ যে বিদেশাগত প্ৰায় কেউটি ধৰ্ম্ম ই হিন্দুস্থানৰ এই উদাৰ নীতি যথাৰ্থতে সমাদৰ কৰি চলা নাই। হিন্দু ধৰ্ম্মৰ শ্ৰীবৃদ্ধি সাধনত প্ৰত্যক্ষ বা পৰোক্ষ ভাৱে বিভিন্ন স্থলৰ পৰা বাধা জন্মোৱা হৈছে। ধৰ্ম্মৰ ক্ষেত্ৰত আত্মৰক্ষা আৰু আত্ম বিকাশৰ কাৰণে যদি হিন্দুৱে আৰ-

শ্যকীয় প্ৰতিকাৰ মূলক ব্যৱস্থা গ্ৰহণ নকৰে—তেন্তে হিন্দু-সকল আত্ম বিকাশৰ কাৰণে মহা অপৰাধী হব নেলাগিব জানো ?

হিন্দুসকলে "একম সৎ বিপ্ৰা বহুধাঃ বদন্তি" এই মহতো মহীয়ান তত্ত্ব উপলব্ধিৰে পৰিদৃশ্যমান বৈচিত্ৰ্যৰ মাজত "সূত্ৰে মণিগনাইব"। অন্তঃ শ্ৰোতা গভীৰ ঐক্য আবিষ্কাৰ কৰে। সেই হেতুকে বেদক মূল উৎস বুলি স্বীকাৰ কৰি বিশাল হিন্দু সমাজৰ অন্তৰ্গত অনেক পন্থা আৰু সম্প্ৰদায়ৰ সৃষ্টি হয় যদিও কতো বিভেদৰ সুৰধ্বনিত হোৱা নাছিল।

হিন্দু ধৰ্ম্মৰ স্কিট বক্ষা প্ৰাণ গঙ্গা কালক্ৰমত শীৰ্ণ হৈ যোৱাৰ পৰিণামত হে পৰবৰ্ত্তী কালত ঐক্যতকৈ অনৈক্য বেছি প্ৰকটিত হৈছে আৰু তাৰ ফলত বিভেদ বিদ্বেষৰ উদ্ভৱ হৈছে। তদুপৰি হিন্দু সমাজৰ বিভিন্ন স্তৰ বিলাকত বিশেষকৈ নিম্ন আৰু অ-বিকশিত "স্তৰ"বিলাকত, যুগোপযোগী আৱশ্যকীয় সংস্কাৰ আৰু বিকাশ সাধন নোহোৱাৰ হেতুকেও হিন্দু সমাজৰ বিভিন্ন "স্তৰ"বিলাকৰ মাজত বিভেদ বিদ্বেষ আৰু শৃঙ্খলতা হীন উদ্ভৱ হবলৈ অবকাশ ঘটিছে। হিন্দু ধৰ্ম্ম আৰু সমাজৰ পুনৰুজ্জীবনৰ কাৰণে, আৰু সমস্যাবিলাকৰ সমাধানৰ বাবে আমি পথ বিচাৰি উলিয়াবই লাগিব।

বিজাতীয় আক্ৰমণৰ ফলতো হিন্দুধৰ্ম্ম আৰু সমাজৰ অশেষ ক্ষতি হল। পাঠান, মোগল আৰু বৃটিছৰ অধিনত হিন্দু, ভাৰত কেইবা শতিকা জুৰি থাকিব লগা হোৱাত

ৰাষ্ট্ৰীয় ক্ষমতা হীন হিন্দু সমাজ আত্ম ৰক্ষাৰ প্ৰয়োজনত সঙ্কুচিত হৈ পৰিছিল। তাৰ পৰিণামত বিছুমান ক্ষেত্ৰত অনুদাৰতা আৰু গোড়ামিয়ে দেখা দিছিল। সেই কাৰণত আৰু বিজাতীয় বিজেতাৰ হেচাত ভাৰতৰ বিশেষকৈ উত্তৰ ভাৰতৰ পশ্চিম আৰু পূব অঞ্চলত নিম্ন আৰু দুৰ্ব্বল স্তৰৰ অগণিত হিন্দুৱে স্ব-ধৰ্ম্ম ত্যাগ কৰি পৰ ধৰ্ম্মা-অয়ী হৈছিল। বহু যুগ বিজাতীয় দাসত্বত থাকিব লগা হোৱাৰ কাৰণে হিন্দু সমাজৰ কেতবিলাক বৈশিষ্ট্যয়ো ৰূপ সলাইছিল।

পাঠান, মোগলে উত্তৰ ভাৰতক দাসত্বত ৰখাৰ দৰে দক্ষিণ ভাৰতক বেছি দিন ৰাখিব পৰা নাছিল। সেইবাবে দক্ষিণ ভাৰতত হিন্দু ধৰ্ম্ম সংস্কৃতি আৰু নৈতিকতা উত্তৰ ভাৰতকৈ তুলনামূলক ভাবে অধিক নিভাজ আৰু দক্ষিণাত্যত তেনে কোনো অহিন্দু প্ৰধান ৰাজ্য বা অঞ্চলো গঢ়ি উঠিবলৈ নেপাইছিল। আমি ভাৰতৰ উত্তৰ পূৰ্ব্বাঞ্চলৰ যি অসম (কামৰূপ) ৰাজ্যৰ পৰা আহিছোঁ আমাৰ দক্ষিণপাট সত্ৰৰ আদি অধিকাৰ গোস্বামী শ্ৰীশ্ৰীবনমালীদেৱৰ শিষ্য। অসম ৰজা জয়ধ্বজ সিংহৰ দুৰ্জ্জয় সৈন্য বাহিনীয়ে মহাবীৰ লাচিত বৰফুকনৰ সেনাপতিত্বত মোগত সম্ৰাট আউৰংজেবৰ আক্ৰমণ-কাৰী বিপুল সৈন্যবাহিনীক সম্পুৰ্ণৰূপে পৰাস্ত কৰি নপঠিওৱা হেঁতেন সেই গোটেই অসম (কামৰূপ) ৰাজ্য মোগলৰ দখললৈ গলহেঁতেন আৰু তাৰ পৰিণামত ধৰ্ম্মীয় সংস্কৃতি ভজুৱা হলহেঁতেন।

সমাগত সুধী মণ্ডলীৰ অৱগতীৰ অৰ্থে এই প্ৰসঙ্গতে এটা কথা কৈ থোৱা বাঞ্চনীয় বুলি ভাবিছোঁ। অসমৰ কাৰণে বৰ্ত্তমান এটা ডাঙৰ বিপদ আহিছে। এই বিপদ অসমৰ হিন্দু সমাজৰ নিজৰ কোনো দোষৰ কাৰণে নহয়। দেশ বিভাজনৰ আগতে পূৰ্ব্ব বঙ্গৰ পৰা আৰু বৰ্ত্তমান দেশ বিভাজনৰ পাচত পূব-পাকিস্তানৰ পৰা অসমলৈ মুছলিম্ পাকিস্থানী অনুপ্ৰবেশ কাৰীৰ সোঁত সম্প্ৰতি কিছু ৰোধ হৈছে যদিও সম্পূৰ্ণ ৰূপে বন্ধ হোৱা নাই। অসমলৈ পাকিস্থানী অনুপ্ৰবেশ কাৰীৰ এই অনুপ্ৰবেশ সু পৰিকল্পিত আৰু ৰাজনৈতিক অভিসন্ধি পূৰ্ণ। ইয়াৰ উদ্দেশ্য হল অসমক মুছলিম প্ৰধান ৰাজ্যত পৰিনত কৰা আৰু এখন দ্বিতীয় কাশ্মীৰ সৃষ্টি কৰা।

বৰ্ত্তমান কালত ধৰ্ম্মই এটা বিৰাট প্ৰত্যাহ্বান (চেলেঞ্জ) ৰ সন্মুখীন হব লগা হৈছে। এই প্ৰত্যাহ্বান অকল হিন্দু ধৰ্ম্ময়ে নহয় পৃথিবীৰ সকলো বিলাক ধৰ্ম্মই গ্ৰহণ কৰিব লগীয়া হৈছে। এই প্ৰত্যাহ্বান আহিছে আধুনিক বিজ্ঞানৰ পৰা। আমাৰ দৃঢ় বিশ্বাস বিজ্ঞানৰ এই প্ৰত্যাহ্বান হিন্দু ধৰ্ম্মই হে বৈজ্ঞানিক যুক্তি নিষ্ঠ আধ্যাত্ম দৰ্শনেৰে সৈতে গ্ৰহন কৰিবলৈ সক্ষম হব। বিশেযত: হিন্দুৱে বিজ্ঞানক প্ৰকৃততে ধৰ্ম্মৰ বিৰোধী বুলি নেভাবে। প্ৰকৃত পথত ধৰ্ম্ম প্ৰবৰ্ত্তিবৰ কাৰণে আৰু সৃষ্টি তত্ত্ব বা ভগৱৎ তত্ত্ব, জ্ঞান সাপেক্ষ উপ-লব্ধিৰ নিমিত্তে হিন্দুৱে বিজ্ঞানক ধৰ্ম্মৰ যথাৰ্থ সহায়ক বুলিহে বিৱেচনা কৰে। মানব জাতিৰ উন্নতিৰ কাৰণে বিজ্ঞানৰ সাহায্য

নিতান্ত আৱশ্যক। কিন্তু সেই বিজ্ঞানে যাতে বিশ্ব ধ্বংশী পৰমানবিক বোমা নিৰ্ম্মান নকৰি পৃথিবীৰ মানুহৰ দুৰ্ভিক্ষ অনাটন দুৰ কৰিবৰ বাবে চাহাৰা মৰুভূমিকো শস্য শ্যামলা কৰে। তাৰ নিমিত্তে বিজ্ঞানক কল্যাণ বুদ্ধি সম্পন্ন কৰিব লাগিব ধৰ্ম্মই। সন্ত বিনোৱাজীয়ে দিয়া উদাহৰণে কব পাৰি বিজ্ঞান যদি মটৰ গাড়ী গতিৰ বৃদ্ধি কাৰক যন্ত্ৰ হয় ধৰ্ম্ম শক্তি অৰ্থাৎ আধ্যাত্মিকতা হব লাগিব গাড়ীৰ দিশ নিৰ্দ্দেশক যন্ত্ৰ। প্ৰকৃতিৰ লগত শিৱ সদায় যুক্ত থাকিবই লাগিব। শিৱহীন যজ্ঞ দক্ষ যজ্ঞত পৰিণত হবই। সেইবাবে বিজ্ঞানক মানৱৰ কল্যাণ কৰ কৰিবলৈ ধৰ্ম্মৰ আশ্ৰয়লৈ আনিবই লাগিব আৰু হিন্দু ধৰ্ম্মই হে মানবৰ মহত্তম অধ্যাত্ম দৰ্শনেৰে বিজ্ঞানক সেই কল্যানকৰ আশ্ৰয় দান কৰিব পাৰিব। সেই বিশ্বাসেৰে আমি হিন্দুৰ ন্যায় সাংখ্য বেদান্ত দৰ্শন গীতা আৰু ভাগৱতৰ আদি উপদেশ বাণীক বিজ্ঞানা শ্ৰয়ী কৰি আৰু যথা সম্ভৱ সহজ বোধ্য কৰি সেই বিলাকৰ পঠন পাঠনৰ ব্যাপক প্ৰচেষ্টা কৰিব লাগিব।

ভাৰতৰ হিন্দু ধৰ্ম্মৰ বিভিন্ন পন্থা আৰু সম্প্ৰদায় আৰু হিন্দু সমাজৰ বিভিন্ন স্বৰৰ লোকৰ মাজত স্ব ধৰ্ম্মৰ কাৰণে গৌৰব বোধ আৰু এক জাতি এক প্ৰাণৰ প্ৰেৰনা পুনৰ উদ্ৰেক কৰিবৰ জৰুৰী সময় হৈছে। সেই উদ্দেশ্যে হিন্দু ধৰ্ম্ম আৰু সমাজ জীৱনত সমস্যা যথা সম্ভৱ দুৰ কৰিবলৈ ব্যৱস্থা কৰিব লাগিব হিন্দু সমাজৰ আশে পাশে থকা ভৈয়ামীয়া আৰু পাৰ্ব্বত্য জনজাতীয় সকলক ধৰ্ম্ম বিশ্বাস শিক্ষা দীক্ষাৰে

হিন্দু সমাজৰ বহল বুকুত সাদৰেৰে সামৰি লোৱা আৰু যথা যোগ্যভাৱে স্থান দিয়া আমাৰ জৰুৰী কৰ্ত্তব্য হৈ পৰিছে। মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱ শ্ৰীশ্ৰীদামোদৰ দেৱ প্ৰবৰ্ত্তিত ভক্তি প্ৰধান উদাৰ ভাগৱতী ধৰ্ম্মই অসমৰ পৰ্ব্বত ভৈয়ামৰ অনেক জন-জাতীয় লোকক হিন্দু সমাজৰ বহল বুকুত সুমুৱাই লয়। এই ধৰ্ম্মৰ প্ৰভাৱতে অসমত স্পৃশ্যতাৰ সমস্যা প্ৰায় নোহোৱাই হৈছে বুলিব লাগে। কিন্তু অসম ইংৰাজৰ দাসত্বলৈ যোৱাৰ পাচত ভাগৱতী ধৰ্ম্ম প্ৰচাৰৰ স্নায়ু কেন্দ্ৰ সত্ৰানুষ্ঠান বিলাক অৱহেলিত হৈ দুৰ্ব্বল হোৱাত আৰু খৃষ্টান মিশ্যনাৰী সোমাই পৰাত বিশেষকৈ পাৰ্ব্বত্য জনজাতীয় সকল ভাৰতীয় কৰণ কাৰ্য্য বাধা প্ৰাপ্ত হয়। আনহাতে তেওঁলোকক বিজাতীয় ধৰ্ম্মৰ প্ৰভাৱলৈ নিয়া কাৰ্য্য ক্ষিপ্ৰতৰ হয়। এই সম্পৰ্কত সমবেত সুধী মণ্ডলীৰ বিশেষ মনোযোগ আকৰ্ষণ কৰা হৈছে অসমৰ এই পাৰ্ব্বত্য জন জাতীয় সকললৈ। এই জন জাতীয় সকল ভাৰতৰ অন্যান্য অঞ্চলৰ জনজাতীয় সকলতকৈ শাৰীৰিক গঠন, বুদ্ধি-বৃত্তি আদিত ভালেমান উন্নত। সেই সকললোক বিজাতীয় প্ৰভাৱ আৰু শত্ৰুৰ চক্ৰান্তত পৰিবলৈ হলে সীমান্ত স্থিত অসম তথা ভাৰতৰ ভয়ানক বিপদ হবলৈ আছে। নগা বিদ্ৰোহ, মিজো বিদ্ৰোহ আদিৰ পৰা সেই বিপদৰ আশঙ্কা ঘনীভুত হৈ উঠিছে। সেই সকলক ভাৰতীয় কৈ ৰাখি হিন্দুস্থানৰ অখণ্ডতা ৰক্ষা কৰাৰ দায়িত্ব ৰাষ্ট্ৰীয় নেতা-সকলক কৈ আমাৰো কোনো গুণে কম নহয়।

'ভাৰতীয় কৰণ' কথাটোত ভাৰতৰ গৃহ মন্ত্ৰী শ্ৰীচবনে আপত্তি কৰাত আমি আচৰিত হৈছো। লোক সভাৰ চলিত অধিবেশনৰ দিন দিয়েকৰ আগতে সাম্প্ৰদায়িক সংঘৰ্ষ সংক্ৰান্ত বিতৰ্কৰ মাজতে গৃহ মন্ত্ৰী গৰাকীয়ে কয় যে 'ভাৰতীয় কৰণ'ৰ মনোভাব সাম্প্ৰদায়িক সম্প্ৰীতিৰ প্ৰতিকুল। কিন্তু আমাৰ বিশ্বাস যে ভাৰতীয় কৰণে ভাৰতৰ জাতীয়তা আৰু দেশ-বাসীৰ একতা বোধ দৃঢ়তৰ কৰিব আৰু অধিক আবেগ অনুৰঞ্জিত কৰিব। আমি লক্ষ্য কৰিছো তথা কথিত প্ৰগতি বাদী আৰু উগ্ৰ পন্থী অনেকৰে প্ৰেৰণাৰ স্থলী। ৰুচিয়াত ৰুচিয়কৰণ কাৰ্য্য অতি কৌশলেৰে সম্পাদন কৰা হৈছে। ৰুচিয়াত খৃষ্টান, মুছলমান বৌদ্ধ আদি বিভিন্ন ধৰ্ম্মীয় সাংস্কৃতিকলোক আছে যদিও তেওঁলোকৰ নাম ধাম এনেকুৱা ঠাঁচত কৰা হৈছে যে প্ৰথমতে তেওঁলোক ৰুচিয়া বুলিহে পৰিচিত হয়। খৃষ্টান মুছলমান বুলি নহয়। আমাৰ দেশৰ ফকৰুদ্দিনে ৰুচদেশত ফকৰুদ্দিনভ হয়। সেইদৰে হুছেইন,—ৰহিম হয় হুছেইনিস্কি, ৰহিমিস্কি। যদি এইদৰে সৰ্ব্বাগণ্য জাতীয়তাৰ স্বাৰ্থত সম্পূৰ্ণ আৰবী নাম বিলাক ৰুছীয় কৰাটো দোষৰ বা আপত্তিৰ কথা হোৱা নাই। তেন্তে ভাৰতত সেইদৰে জাতীয় স্বাৰ্থত আৰবী নাম বিলাকৰ ভাৰতীয় কৰণ কৰিলে দোষৰ কথা হয় কিয়। চীন দেশতো নাম বিলাকৰ এনেদৰে চীনা বা চীনী কৰণৰ উদাহৰণ আছে। ইণ্ডোনেচীয়াৰ দৰে এখন মুছলীম ৰাষ্ট্ৰৰ ৰাষ্ট্ৰনায়ক সকলৰ সুকৰ্ণ, শাস্ত্ৰ মিদজো,

হাট্ট আদি নামে তেওঁলোকক প্ৰথমতে ইণ্ডোনেছীয় বুলিহে পৰিচয় দিয়ে। মুছলীম বুলি নহয়। ভাৰতত খৃষ্টান সকলৰ শীৰ্ষ স্থানীয় ব্যক্তিৰ পৰা সাধাৰণ লোকলৈকে অনেকৰ নাম দেখি তেওঁলোকক প্ৰথমতে ভাৰতীয় বুলিহে পৰিচিত কৰা হয়। তেওঁলোকৰ ধৰ্ম্মৰ পৰিচয় পাচতহে ওলাই। ধৰ্ম্মত অকনো হাত নিদিয়াকৈ নাম ধামেৰে আমাৰ দেশবাসী সকলোকে প্ৰথমতে ভাৰতীয় বুলি পৰিচিত কৰোৱাত কোনো আপত্তিৰ কাৰণ থাকিব নোৱাৰে!

ভাৰতৰ হিন্দু ধৰ্ম্ম আৰু সমাজ জীৱনত যিবিলাক সমস্যা দেখা দিছে বুলি আমি ইতিমধ্যে উল্লেখ কৰিলো। সেই বিলাকৰ যথা সাধ্য সমাধানৰ উদ্দেশ্যে বিশ্ব হিন্দু পৰিষদে লোৱা প্ৰচেষ্টাৰ সফলতা কামনা কৰিলো। আমি আশা কৰো বিশ্ব হিন্দু পৰিষদৰ মহৎ উদ্দেশ্য সাধনত ধৰ্ম্ম প্ৰাণ প্ৰত্যেক হিন্দুৱেই যথাশক্তি বৰঙনী যোগাব।

শ্ৰীশ্ৰীযাদৱৰায়ে সকলোকে মঙ্গল সাধন কৰক। বিশ্ব পৰিষদক জয় যুক্ত কৰক। আৰু বিশ্ব হিন্দু পৰিষদৰ সৎ উদ্দেশ্য সাফল্য মণ্ডিত কৰক। এয়ে তেওঁৰ চৰণত একান্ত সৰল প্ৰাৰ্থনা—

ওঁ সৰ্ব্বেহ এ সখিনঃ সন্তু
সৰ্ব্বে সন্তু নিৰাময়াঃ
সৰ্ব্বে ভদ্ৰাণি পশ্যন্তু মা কশ্চিৎ
দুস্থ ভাগভবেৎ ॥
ওঁ শান্তি শান্তি শান্তি।

ইত্যাদিৰে সভা সমাবোহ চলিব ধৰে! জনতাৰ সীমা নাই। পথ শ্ৰান্ত হেতুকে ৪-৩০ বজাত সত্ৰাধিকাৰ আৰু সঙ্গী সকলো জন থকা স্থানলৈ অহা হয়। ৰাতিলৈ নানান তৰহৰ নাছ গানৰ প্ৰতিযোগিতা চলে। তাৰ ভিতৰত সৰ্ব্ব প্ৰথমেই দক্ষিণপাট সত্ৰৰ সূত্ৰ ধাৰীনৃত্যৰ দ্বাৰা ৰঙ্গমঞ্চ উদ্বোধন কৰে। তেতিয়া ৰাতি ৮-১৫ মিনিত গৈছিল। নৃত্য ভঙ্গীত মাজে মাজে সন্তোষৰ কৰতালি শুনিবলৈ পোৱা গৈছিল। সভাৰ দৰ্শকৰ সন্তোষৰ জাউৰীৰ ভাৰখন আগ্ৰহেৰে

**বিশ্বহিন্দু সভা**

আকোৱালি লৈ ৰাতি থকা স্থান পোৱাহি হয়। শ্ৰান্ত ক্লান্ত শৰীৰত আহাৰ যোগায় নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় লোৱা হয়। তেতিয়া সম্পূৰ্ণ ই ১২ টাৰ কাটা ডাল নিজ ঘৰত থকা দেখা গৈছিল।

১৪।১২।৬৯ তাৰিখ ২৮ আঘোণ ৰবিবাৰ। দ্বিতীয় দিনাৰ সভা। সভাৰ আৰম্ভৰ সময় আছিল পুৱা ৯ বজাত। সভাৰ গাড়ী আহি পোৱাত সেই গাড়ীৰেই সভা ঘৰলৈ যোৱা হয়। ১২ বজাৰ পৰা নানান স্থানৰ নিমন্ত্ৰিত অতিথিসকলৰ ভাষণ শুনা হয়। মহামুক্ষ অতিথি তথা সাধু সন্ত সুধী সকলক দেখা পাই অলেখ জনতাৰ সমাবেশ দেখি আৰু সেই মহা সুধী সমূদ্ৰত সাতুৰিবলৈ পাই যেন নিজক নিজে পাহৰি যাবলৈ বাধ্য হৈছিলো, তাত কোনো সন্দেহ নাই। সেই সভাৰ নিমন্ত্ৰিত লোকৰ সংখ্যা আছিল মুক্ষ অতিথি

ভাবে ১৪০০০ হেজাৰ। অন্যান্য মুনিহ তিৰুতা সীমা হীন।

বিশ্ব হিন্দু সভা-উডুপী

হিন্দু সমাজৰ দিয়া আমাৰ সদৃশ ক্ষুদ্ৰ বিবেকৰ সাধ্যৰ অতীত কাৰণে লিখনিৰ অযোগ্য ভাবে ৰখা হ'ল। সেই দিনাও প্ৰভুৰ ভাষণৰ অংশ আছিল— হিন্দু ধৰ্ম্মৰ সাংস্কৃতি, অতীত আৰু বৰ্ত্তমান সম্পৰ্কত। ৩০ মিনিট সময় হিন্দী ভাষাৰে চমু অথচ মৰ্ম্মস্পৰ্শ ভাষণেৰে সুধী বৃন্দক সন্তোষিত কৰিবলৈ তেৰা সক্ষম হৈছিল। সেই দিনা প্ৰভুৰ কাৰণে সন্ধিয়া ৫ বজাত নিৰ্দ্ধাৰিত সময় আছিল।

ৰাতি ৯ বজাত দক্ষিণপাট সত্ৰীয়া ইন্দ্ৰাভিষেক নৃত্যৰ দ্বাৰা সভা স্থান উদ্বোধন কৰা হয়। অসমৰ পৌৰাণিক ঐতিৰ্য্য সাংস্কৃতিক ভূৰি ভূৰি প্ৰশংসা কৰে চিত্ৰ পট ৰাখি থয়।

১৫।১২।৬৯ তাৰিখে পুৱা আৰব সাগৰত স্নান কৰিবলৈ যোৱা হয়। আৰব সাগৰ আমি থকা স্থানৰ পৰা ছাৰি মাইল দুৰৈত ভাৰতৰ দক্ষিণ সীমাত অচল অতল ভাবে স্থিতি হৈ আছে। কৰলত দক্ষিণ সীমাৰ অন্ত পৰিছে।

আৰব সাগৰ দৰ্শন

সাগৰৰ অপূৰ্ব্ব দৃশ্য চাই হেঁপাহ নপলায়। লহৰ বিলাক আস্কালনে মনত বহুত আনন্দ যোগাইছিল। কাশে কাশে সাগৰত মাছ মৰা মৎস জীবি সকলৰ গণনাগতিত নাওঁ সমূহ অৱস্থিত। সেই সকলে নাওৰ সহায়েৰে সাগৰৰ বহু

দূৰলৈকে গৈ মাছ ধৰি আনেগৈ। কিছু কিছু নাওঁ ৰিণিক্কি দেখা পোৱা যায়। সেই সকলক সেই অঞ্চলত ধীবৰ বুলি মাতে। নানা সৌন্দৰ্য্য সাগৰৰ দৃশ্য উপভোগ

**মহাৰাষ্ট্ৰ বলোৰাম মন্দিৰ দৰ্শন**

কৰি ১০ বজাত থকা স্থানলৈ প্ৰত্যাগমন কৰা হয়। আহোঁতে ৰাস্তাৰ কাষত বলোৰাম মন্দিৰ পোৱা হয়। তাত এটা শিলৰ পাৰ থকা ডাঙৰ কুণ্ড আছে। মন্দিৰ অতিব পুৰণি কালৰ বুলি তাৰ কাৰুকাৰ্য্যই পৰিচয় দিছিল। তাত সেৱা সংকাৰ কৰি থকা ঠাইলৈ অহা হয়। খোৱা মেলা কৰি ২ বজাত সাধূ শ্ৰেষ্ঠ শ্ৰীমৎ মধ্বাচাৰ্য্যৰ লগত দেখা সাক্ষাত হয়। তেখেতৰ আশ্ৰম আমি থকাৰ পৰা প্ৰায় ১০ নল মানৰ আতৰতে আছিল। আশ্ৰমলৈ নিয়ে।

**মধ্বাচাৰ্য্যৰ লগত আলপ**

উভয়ৰ সাক্ষাতত ধৰ্ম্মৰ আলাপ আলোচনা বিশেষ ভাবে চলিব ধৰে। দ্বৈত অদ্বৈত বাদ আৰু ভগৱদ্ভক্তি সাধন সমাধি আদিৰ আধ্যাত্মীক বাক্যালাপ সদ্ ভাবৰ মাজেদি চলিব ধৰে। এটা পাচী আৰু এখন বহুমূলীয়া থালত মিছুমান ফলমূল আনি প্ৰভু জনাক শ্ৰদ্ধা জনাই। এধাৰী ফুলৰ মালাৰে স্নেহ সমাদৰ যাচি আলিঙ্গন দানে বিদায় দিয়ে।

সন্ধ্যাৰ প্ৰায় এঘণ্টাৰ আগত মঠাধিপতিসকল একত্ৰিত হৈ হাতী, পাতকা চত্ৰ দন্দ লৈ প্ৰায় ৩।৪ শ জনতাৰে প্ৰভুক লগত লৈ কৃষ্ণ মন্দিৰলৈ যাইহি। মধ্বাচাৰ্য্য

স্থাপীত কৃষ্ণ মন্দিৰত নগৰ বাসী কথা মঠাধিপতি আচাৰ্য্যসকলে প্ৰভুক স্বাগত জনাই মন্দিৰলৈ নি এক আসনত বহুৱাই ফল মূল গাখীৰ চেনি নাৰিকল কমলা আৰু মিঠাই জাতীয় বহুত দ্ৰব্য আৰু কিছু প্ৰণামি টকা দি অভ্যৰ্থনা কৰা দেখা গৈছিল।

**কৃষ্ণ মন্দিৰ দৰ্শন।**

তেখেত সকলৰ আদৰ অভ্যৰ্থনাত সন্তোষ আৰু আনন্দাশ্ৰু বিগলিত হৈ শ্ৰুতি মধুৰেৰে সকলোকে এটি হিন্দিত ধৰ্ম্মবাণী ইতিহাস ব্যক্ত কৰি ধন, সম্পতি, ঐশ্বৰ্য্য বিভূতি আদি মানৱ জীৱনত যে ক্ষণস্থায়ী ? কেবল আত্মাই আত্মাক ভাল পোৱাই প্ৰকৃত প্ৰেমৰ সম্পদ, ইয়াকেই বহলাই অনুস্থানৰ সদাশয় ধৰ্ম্মাত্মাসকলক জনাই আগবঢ়োৱা মাননি আদি আগ্ৰহেৰে গ্ৰহন কৰি, পুনৰ অনুস্থানৰ নামত সেই টকা কড়ি তেৰা সকলক দান দিয়ে। তাৰোপৰি প্ৰভুৱে সেই বিগ্ৰহৰ, সেৱা পূজাৰ বাবে এটি যথা সাধ্যৰ আটীকা মহাপ্ৰভুৰ চৰনত অৰ্পন কৰে। মধ্বাচাৰ্য্য দেৱে শোকাশ্ৰু বিগলিত হৈ উৎকণ্ঠিত প্ৰাণেৰে এখন মূল্যবান অঙ্গবস্ত্ৰৰ দ্বাৰা প্ৰভুক শ্ৰদ্ধা জনাই। আগ্ৰহৰ অৱদানৰ মৰ্য্যদা অক্ষুণ্ণ ৰাখি গুৰুজনে বস্ত্ৰখনি গ্ৰহণ কৰি মহাপ্ৰভুক প্ৰণাম জনাই প্ৰবাহ গৃহে প্ৰত্যাগমন কৰে। তেৰা সকলে মাঙ্গলিক গীত বাদ্যৰে সমাৰোহে থকা স্থানত থৈ যাইহি।

**বিশেষজ্ঞ সকলৰ লগত দেখা সাক্ষাত**

তেতিয়া সন্ধিয়া প্ৰায় ৭ বাজে। তাৰ পাচত প্ৰকাশ ভৱনত ৭।৮ জন মান অধ্যাপক কলেজৰ অধ্যক্ষ সংস্কৃতজ্ঞ পণ্ডিত আদি ধৰ্ম্ম চৰ্চ্চা কৰে। অসমৰ মঠ মন্দিৰ ৰীতি নীতি

পদ্ধতি সত্ৰ সমূহৰ কথা বিবৰী সোধে। যথা যথ উত্তৰ দানে সত্ৰাধিকাৰ প্ৰভুৱে তেখেতসকলক অপ্যায়িত কৰে। খাই লৈ সেই দিনা শয়ন শৰ্য্যাত পৰোতে প্ৰায় ১২ টাই বাজিছিল। পুৱা আপ্তেজী আহি প্ৰভুৰ লগত দেখা সাক্ষাত হয়। তেতিয়া ৮ বাজি গৈছিল। বিশেষ কৈ কোন কোন স্থান সমূহলৈ যাব লাগে, সেই বিষয়ত প্ৰভুৰ লগত আলাপ আলোচনা কৰি গাড়ীখন উপযুক্ত এজন যন্ত্র পৰিদৰ্শকৰ ওচৰত দি পৰীক্ষা কৰিবৰ কাৰণে

**মহাৰষ্ট্ৰৰ উডুপী চহৰ ভ্ৰমণ**

দুজন স্বেচ্ছা সেৱকৰ যোগে গাড়ীখন গেৰেজলৈ পঠায় দিয়ে। যন্ত্ৰ পৰিদৰ্শক জনে নিখুট ভাবে কাম কৰি দিবলৈ স্বীকৃত হৈ সত্ৰাধিকাৰক এদিন যাত্ৰা স্থগীত কৰিবৰ কাৰণে অনুৰোধ জনাই। সেই সুযোগতে সহ-যাত্ৰী আমালোকে উডুপী চহৰ ভ্ৰমন কৰিবলৈ সুবিধা পাই সুন্দৰ ভাবে চাই চিতি সন্ধ্যা থকা স্থানত উপস্থিত হোৱাহি হৈছিল। সেই দিনা ১৬।১২।৬৯—৩০ অঘোণ মঙ্গলবাৰ আছিল।

পাছ দিনা অৰ্থাৎ ১৭।১২।৬৯ তাৰিখে গাড়ী আহি নোপোৱাত থকা স্থানতে অপেক্ষা কৰিব লগা হয়। বিয়লি প্ৰায় তিনি মান বজাত বাঙ্গালোৰৰ বহু সংখ্যক ছাত্ৰ-ছাত্ৰী আহি মন্দিৰ দৰ্শন কৰেহি। প্ৰভু থকাৰ কথা জানিব পাৰি সদলবলে ছাত্ৰ-ছাত্ৰী সকল আহি শিক্ষক সকলৰ সহিত দেখা কৰেহি। সকলো ছাত্ৰ-ছাত্ৰীয়ে সংস্কৃতৰ স্তৱ স্তুতি আৰু

**ছাত্ৰ-ছাত্ৰীৰ লগত দেখা সাক্ষাত।**

ভজন আদি গাই সমস্বৰে শ্ৰদ্ধা নিবেদন কৰে। সকলো ছাত্ৰ-ছাত্ৰীক সত্ৰাধিকাৰে মিঠাই জাতীয় দ্ৰব্য সংগ্ৰহ কৰাই আনি তেওঁ লোকৰ মন তুষ্টি তৃপ্তি সাধন কৰায়। সেই সকলৰ বিদায় হৈ যোৱাৰ পাচত সন্ধ্যা দেৱীৰ শুভাগমন সমাগত হয়। সকলোৱে সমস্বৰে সুললীত কণ্ঠে কৰ তাল ধৰি এটি ভজন গাইছিল।

" গোপাল গোবিন্দ এ নন্দ লালা "

কৃষ্ণ গোৱালা এ ব্ৰজ বালা।

বাস্তবিকে শুনি অতি মধুৰ লাগিছিল। নানান সুৰে সেই ভজনৰ শ্ৰুতি মধুৰ কৰি শ্ৰোতা সকলক যথেষ্টই আনন্দ দিছিল আৰু তেওঁলোকে প্ৰেমত—বিভোৰ হৈ পৰিছিল। বিশেষ উল্লেখ যোগ্য যে উড়ুপীৰ লোকসকল ধৰ্ম্মবিশ্বাসী আৰু ধৰ্ম্মপৰায়ণ যিহেতু। মঠ মন্দিৰ বিগ্ৰহৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা ভক্তি থকাৰ পৰিচয় তেওঁলোকৰ সচৰাচৰ আচৰণৰ পৰা বুজা অলপো টান নহয়। সেই স্থানৰ লোক সকল একোটা যেন দয়া আৰু ধৰ্ম্মৰ ভঁড়াল হে।

**মহাৰাষ্ট্ৰ**

ছাত্ৰ ছাত্ৰী সকলক বিদায় দানৰ পাচতে দেখা গল যে শ্ৰীকৃষ্ণ মন্দিৰৰ মহাপ্ৰভু গোপাল কৃষ্ণক মহাসমাৰোহেৰে চহৰ বাসীয়ে প্ৰদক্ষিণ কৰিবৰ কাৰণ আচাৰ্য্য সকল একত্ৰিত হৈ হেজাৰৰো অধিক সংখ্যক যাত্ৰীৰ সহপদ ব্ৰজে আহিব

লাগিছে। চিৰপ্ৰচলিত নিয়ম মতে মঠাধিপতিসকল প্ৰদক্ষিণত সচৰাচৰ যাব লাগে আৰু প্ৰত্যেক নিজ নিজ দ্বাৰ মুখে পূজা পাত্তশ্চাদি অভ্যৰ্থনা কৰিব লাগে। সেই লগতে প্ৰদক্ষীণৰ অৰ্থে আমাৰ সত্ৰাধিকাৰ প্ৰভুও যাবলৈ উচ্চুক হৈ সমাজৰ লগতে অংশ গ্ৰহন কৰে। কুৰোৱা মহাপ্ৰভুৰ ৰথখন অন্ততঃ ৭০।৮০ ফুট ওখৰ কম নহয়। চাৰি চকা লগোৱা ৰথ খনৰ চাৰিউকাশে ডাঙৰ দীঘল ৰছাসমূহ লগোৱা থাকে। সেই ৰচিত ধৰি সকলো প্ৰজাই টানি নিয়ে।

**কৃষ্ণ গোপাল মন্দিৰৰ বিৱৰণ।**

ওপৰ ভাগ কাষ্ঠকাৰীকৰৰ দ্বাৰা মনোময় ভাবে নিৰ্ম্মীত। ৰথৰ কাৰুকাৰ্য্য দেখিলে সাক্ষাত বিশ্বকৰ্ম্মা বুলিয়েই অনুমান হয়। মন্দিৰৰ সৌন্দৰ্য্য বৰ্ণনাতীত। চাৰিউকাষ শিলেৰে বন্ধোৱা মন্দিৰ! মাজত এটা প্ৰকাণ্ড খট্ খটি দিয়া সুন্দৰ পুখুৰী। শিলৰ পাৰ বিলাকত সাধু সন্ন্যাসী সকলে সন্ধ্যা উপাসনা আশন প্ৰাণায়াম আদি কৰি থকা দেখা গৈছিল। যাত্ৰী সকলে উক্ত মন্দিৰত প্ৰবেশ কৰিবৰ আগমূহুৰ্ত্তত সেই পুখুৰীত হাত মুখ প্ৰক্ষালন্ কৰি অহিব লগা নিয়ম প্ৰসিদ্ধ। উক্ত পুখুৰীত ৫ বিঘা মাটিত অবস্থিত! মাজত এখন সোণ আৰু ৰূপেৰে কাম কৰা নাও আছে। দেখিবলৈ খুউব মনোময়! তাতে মহাপ্ৰভু উঠাই লৈ নৌকা যাত্ৰা কৰে। সোঁ মাজত এটা পানীৰ মধ্যত সৰু মন্দিৰ! তাতে নাৱেৰে যি মহা প্ৰভুক কিছু

সময় জিৰণী দিয়ে। তাৰ পৰা আনি চহৰ প্ৰদক্ষিণ কৰে। কাৰ্য্য সমূহ দেখিলে আচৰিত নহৈ নোৱাৰি। যাত্ৰীৰ ভিৰত মন্দিৰত প্ৰবেশ কৰা সহজ সাধ্য নহয়। মন্দিৰৰ নামত বহুত

মন্দিৰৰ বিবৰণ।

খিনি মাটি বৃত্তি চহৰ আছে। সেই ভূমি বৃত্তি কৰ্ম্মচাৰী সকলে ভোগ দখল কৰে! তাৰ উৎপন্নেৰে দৈনীক ভোগ প্ৰসাদ উৎসৰ্গা হয়। দৈনীক বন্ধা নিয়ম এহেজাৰ লোকে সেই মন্দিৰৰ পৰা খোৱা মেলা কৰিব পাৰে। যিমান যাত্ৰীয়েই নেযাওক প্ৰসাদ পোৱাৰ পৰা কেনোৱেই বঞ্চিত হব লগা নহয়। দূৰ দূৰণীৰ ছাত্ৰ-ছাত্ৰী সকল থাকি শিক্ষা লাভ কৰা সকলে বিনা খৰছে উক্ত মন্দিৰত দিন ৰাতি খোৱা মেলাৰ সুবিধা পাই। ছাত্ৰ সকল থকা মেলা ঘৰৰ কোনো ভাড়া দিব লগা নহয়। আৰু ভাড়াও গ্ৰহণ সেই সকলে নকৰে। পুৱা ৪ বজাৰ পৰা মাইকৰ যোগে মন্দিৰত স্তৱ স্তুতিৰে অঞ্চল মুখৰীত কৰা শুনিবলৈ পোৱা হয়। তাৰভিতৰত বেদ অধ্যয়ণ প্ৰধান। উক্ত মঠৰ আচাৰ্য্য ভাৱে ৮ জন থাকে। প্ৰতি জনৰ মন্দিৰ পৰিচালনা ২ বছৰ হিচাবে ভোগ

মঠাধিপতি সকলৰ বিবৰণ।

কাল। ইজনৰ পৰা অন্য জনে মঠ চমজি ল"বৰ হলে মহৎ উৎসৱ পাতিব লাগে। সেই উৎসৱত যিমান খৰছ হয়, সকলো বিলাক তেওঁৰ নিজৰ পক্ষৰ পৰা ভৰিব লগা হয়। সা-সজুলি আৰু ঘৰদুৱাৰ আদি মেৰামতি আৰু দব্য বস্তু আদি সং-

গ্ৰহলৈ চালে অন্ততঃ ১৫ হেজাৰ টকা উক্ত উৎসৱত খৰছ হয় বুলি আমাৰ বিশ্বাস হৈছিল। আয়োজন সমূহ দেখিলে স্তম্ভিত নহৈ নোৱাৰি। সেই দিনা কাৰ্য্যকলাপ সমূহ চাই-চিতি ৰাতি কটোৱা হয়। তেতিয়াও গাড়ী আমাৰ হাতলৈ অহা নাছিল।

পুৱা ১৮।১২।৬৯ তাৰিখৰ দিনা তাৰ পৰা বিদায় লবলৈ যো-যা কৰা হয়। দুই বজাত গাড়ী গেৰেজৰ পৰা আনি মালা মাল বোজাই কৰা হৈছিল। মেৰা মতি কৰোতে ৩৩৬·০০ টকা খৰছ হৈছিল। বিদায় বেলাত পৰিষদৰ মূক্ষ অতিথি সকল আহি সম্ভাষণ জনাই আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আহি এধাৰি মালাৰে প্ৰভুক ভূষিত কৰি বিদায় দিয়ে! পৰিষদৰ বাকী সকলো কৰ্ম্মছাৰিয়ে প্ৰভু জনালৈ শ্ৰদ্ধা নিবেদন জনায়।

## উডুপীৰ বিশেষ পৰিচয় ঃ—

পূৱদিশে পশ্চিম ঘাট পৰ্ব্বত আৰু পশ্চিমে আৰব সাগৰ ইয়াৰ মাজৰ অংশৰ দৃশ্য অতি মনোৰম। উত্তৰে গো কৰ্ণ, আৰু দক্ষিণে কন্যা কুমাৰীলৈকে এই স্থানক পূৰ্ব্বে পৰশুৰাম ক্ষেত্ৰ বুলিও কৈছিল। এই পৰশুৰাম ক্ষেত্ৰৰ অন্তৰ্গত দক্ষিণ অংশত উডুপী অৱস্থিত। ইয়াৰ পুৰণি নাম "উডুপী" আছিল। তাৰ পৰা ক্ৰমাগত উডুপী নামে অভিহিত হয়। "উডুৰ" অৰ্থ হল নক্ষত্ৰ, আৰু

পা শব্দৰ অৰ্থ হল পালক ! সেই হেতু ইয়াৰ সম্পুৰ্ণ অৰ্থ হল, নক্ষত্ৰ পালক অৰ্থাৎ চন্দ্ৰমা । প্ৰবাদ আছে যে চন্দ্ৰমাই ইয়াত তপস্যা কৰিছিল, তেতিয়া ভগবান শিৱ মহাদেৱ প্ৰসন্ন হৈ তেওঁক মৌল্লিশ্বৰ ৰূপে দৰ্শণ দিছিল । ইয়াৰো আগত আৰু একনাম আছিল ৰজত পীঠপুৰ আৰু শিৱালী ।

উডুপীৰ সমীপত মাঙ্গালোৰ ষ্টেচন । মাঙ্গালোৰ পৰা উডুপীলৈ অহা যোৱাৰ সুন্দৰ সুবিধা আছে। বাচ মটৰ অহৰহ্ চলা চল কৰে । প্ৰায় ৪ ঘণ্টাত আহি মাঙ্গালোৰ পৰা উডুপী পাবহি পাৰি । উডুপীত মধ্বাচাৰ্য্যসকলৰ মঠ আছে । সেই মঠত যাত্ৰী সকল থাকিব পৰা সুন্দৰ সুবিধা আছে ।

প্ৰবাদ আছে যে পৰশুৰামে পশ্চিম সমূদ্ৰৰ পাৰত ভূমি লৈ্ তাত্ সপ্তমুক্তি প্ৰদক্ষেত্ৰ নিৰ্ম্মাণ কৰিছিল । ১। ৰজত পীঠ ২। কুমাৰাদ্ৰি ৩। কুম্ম কাশী ৪। ধ্বজেশ্বৰ ৫। শঙ্কৰনাৰায়ণ ৬। গোকৰ্ণ ৭। মুকাম্বা। এই সপ্ত তীৰ্থ নিৰ্ম্মাণ কৰিছিল ।

ইয়াৰ ভিতৰত ৰজত পীঠেই প্ৰধান । এই ৰজত পীঠ ক্ষেত্ৰত চন্দ্ৰমাই শঙ্কৰ মহাদেৱক আৰাধনা কৰে। সেই আৰাধনাত প্ৰসন্ন হৈ শঙ্কৰ সদাশিৱই চন্দ্ৰমাক নিজে মস্তকত ধাৰণ কৰে । সেই চন্দ্ৰমাৰ দ্বাৰা আৰাধিত এই লিঙ্গ মূৰ্ত্তিয়েই চন্দ্ৰ মৌল্লিশ্বৰ নামে প্ৰখ্যাত হয় । পৰশুৰামে

শঙ্কৰক যেতিয়া আৰাধনা কৰিছিল তেওঁৰ দ্বাৰা আৰাধিত আৰু স্থাপীত শিৱ লিঙ্গৰ নাম অনন্তেশ্বৰ বুলি জনাজাত হয়। সেই মন্দিৰৰ অনন্তেশ্বৰ দেৱতাক প্ৰথমেই মধ্বা চাৰ্য্য-সকলে উপাসনা কৰিছিল।

উডুপীৰ লোকসমাজ অতি সু সভ্য, মিষ্টভাষী, আৰু বিদগ্ধ শাস্ত্ৰজ্ঞ। তাত সংস্কৃতেই বিশেষ অধ্যয়ণ কৰে। বেদ-মন্ত্ৰ সমূহ পূৱা গধূলী পাঠ কৰা তেওঁ লোকৰ বাধ্যতা মূলক নিতী।

**উডুপী ত্যাগ**

ক্ৰম গতিৰে দক্ষিণ ফালে গাড়ী যাবলৈ ধৰে। আপ্তেজী আগতীয়া ভাবে ৩০ মাইল অন্তত থকা মাঙ্গালোৰলৈ যাত্ৰা কৰে।

**দক্ষিণাট্যৰ মাঙ্গালোৰৰ পৰিচয়।**

মাঙ্গালোৰত বিশ্বহিন্দু পৰিষদৰ মূল কাৰ্য্যালয় আছিল! তাত সেৱা সংঘৰ কৰ্ম্মী সকলৰ দ্বাৰা অভ্যৰ্থনা জনাই আৰু বিশ্বহিন্দু মহাসভাৰ মূল কাৰ্য্যালয় সমূহ দৰ্শন কৰাই। তাৰ পৰা কন্যাকুমাৰী দেৱী দৰ্শনৰ বাবে কেৰেলাৰ পথে যাত্ৰা কৰা হয়।

মাঙ্গালোৰ মহীশূৰত। মাদ্ৰাজ মাঙ্গালোৰ ষ্টেচন, পশ্চিম ষ্টেচন সমূদ্ৰৰ কাষত অৱস্থিত। ই এটা বন্দৰ আৰু সৌন্দৰ্য্য পূৰ্ণ নগৰ। মাঙ্গালোৰ পৰা অনেক স্থানলৈ বাচ মটৰ চলাচল কৰে। মহীশূৰ উডুপী আদিলৈ বাচেৰে যাব পৰা সুবিধা আছে। এই নগৰৰ পূবে মঙ্গালা

দেৱীৰ মন্দিৰ আছে। সেই দেৱীৰ নামেৰেই এই নগৰৰ দক্ষিণাট্য নাম হৈছে। ইয়াৰ বাজেও আৰু সৰু-সুৰা কেৰেলা মন্দিৰ ঠায়ে ঠায়ে পোৱা যায়। গাড়ী যাব যাত্ৰা লাগিছে। যাওঁতে পথত নানান গাওঁ পাই অহা হয়। তাৰ প্ৰাকৃতিক দৃশ্য সচাকৈয়ে মনোৰম্। ৰাস্তাৰ সমীপতে স্ফীত বক্ষ হৈ আৰব সাগৰে মাভৈ মাভৈ স্বৰ তুলি আত্নৰবে জন গনৰ শুভা-গমনত সহাৰী যোগাইছে। অহৰহ উঠিঅহা আকাশ লজ্বা গভীৰ গভীৰ, লহৰৰ হিল্লোল শুনিলে, মনলৈ যে নতুন এক জাগৰণৰ হিল্লোল জাগি নুথিব,, ইয়াৰ কেৰেলা কোনো কথাই সন্দেহৰ চকুত নপৰে। যেন পথৰ আহ্বান কৰিছে, যাত্ৰীসকল অহাঁ? মোৰ সৌন্দৰ্য্য। আনন্দৰ লগতে তোমালোকে যোগ দান কৰি আনন্দ উপভোগ কৰাহি। আদি নাই, অন্ত নাই, সীমা নাই,।

তাৰ পাচত চাইচিলো সেই অচল অতল ভাবে নিস্তদ্ধ হৈ পঠিক সকলৰ অন্তৰত আনন্দ বিতৰণ কৰিবলৈ একেৰাহে ৰৈ থকা মহান পৰ্ব্বত মালালৈ। ইটোৰ পাচত সিটো সিটোৰ পাচত ইটো তাৰ মাজে মাজে চৰকাৰৰ সুকৰ্ধিত ভাবে নিৰ্ম্মাণ কৰা গড়কাপ্তানী আলিটো। আকৌ সঘনে চকুত পৰে মনোৰম পৰ্ব্বত শাৰীলৈ। স্থীৰ হৈ থকা পৰ্ব্বত সমূহে যেন, আহ্বান কৰিছে! হেৰা অভ্যাগত সকল!

আহাঁ পথ শ্ৰমৰ বাবে মোৰ কোলাতে অলপ জিৰণি লোৱাহি। অথচ ধীৰ স্থীৰ! কাতৰ আহ্বান, উপেক্ষা নকৰি গাড়ীৰ উৰণীয়া মনৰ লগতে আমাৰ মনো মেলি দিলোঁ। চকুত পৰিছিল সংখ্যা-তিত গননাতিত নাৰীকলৰ বৃহত বৃহত বাৰী বিলাকলৈ তাৰ বাজেও তাল খাজুৰীটো কথাই নাই, অসমত উৎপন্ন বাঁহ বেত খাগৰী ইকৰাৰ দৰে নাৰীকলৰ সৃষ্টিও ঠিক তেনেদৰেই দৃষ্টিত পৰিছিল। বিশ্ব খণিকৰৰ নিপুণ শিল্পৰ প্ৰতি প্ৰতি ক্ষনতে মনত নপৰিব যে ইয়াত কোনো সন্দেহ নাই। সাগৰৰ বালিটো নাৰিকলৰ জন্ম। বাটে ঘাটে কেৱল নাৰীকল, নাৰীকল, নাৰীকল। এনে দৰেই আহি আহি "কাচাৰ গোৰ" নামৰ ঠাইত উপনিত হলোঁহি হঁক। তাত দুটা মন্দিৰ আছে। এটা "বিদ্বল মন্দিৰ" আৰু আনটো শিৱ মন্দিৰ। লিঙ্গৰ নাম "মল্লিকাৰ্জ্জুণ" মল্লিকাৰ্জ্জুণৰ দ্বিতীয় নাম হল "জ্যোতি লিঙ্গ"। এই লিঙ্গ প্ৰতিস্থা কৰা নহয়। নিজে নিজে উদ্ভৱ হৈছিল বুলি জনা হৈছিল। অতি সুন্দৰৰ মন্দিৰ! সেই বিগ্ৰহত সেৱা সৎকাৰ কৰি যাত্ৰী থকা ধৰম শালাত ৰাতি থকা হয়।

কেৰেলাৰ সৌন্দৰ্য্য।

কেৰেলা:— কাচাৰ গোৰ।

কেৰেলা বিদ্বল মন্দিৰ ও শিৱ মন্দিৰ।

ৰাতি পুৱাই কেৰেলাৰ পথে কন্যা কুমাৰীলৈ গাড়ী এৰি দিয়া হয়। যাওঁতে যাওঁতে ক্ৰমশঃ পাহাৰৰ উচ্চ শিখৰত গাড়ী উঠি পৰেগৈ। পাহাৰৰ নাম জনা নাছিলোঁ। কেৰেলাত কমিউনিষ্টৰ প্ৰতিক ধান কাচিৰ ফ্লেগ বিলাক ঠায়ে ঠায়ে ওলোমাই ৰখা চকুত পৰিছিল। হাতে বাতে সদলবলে মুনিহ তিৰোতা শাৰী পাতি শোভা-যাত্ৰা কৰি ফুৰা দেখা গৈছিল। প্ৰায় লোকেই হিন্দু! কিন্তু মুছলমানৰ সংখ্যাও কম নহয়। ভাষা "কানাডা" পাহাৰৰ অপূৰ্ব্ব দৃশ্য চাই সিমানটো হেঁপাহ পলোৱা নাছিল। অৰন্য কেৱল নাৰিকল গছেই! একো ঘৰ গৃহস্থৰ একোদৰা বাৰীত ২।৩ হেজাৰ নাৰিকল গছ আছে। অকল সেয়ে নহয় আম, কঠাল, লিচু, কাজু বাদাম, এপোল, নাছপতি, কল, খাজুৰী, তাল, ধান, গম, যব আদি কৃষিৰেও পৰিপূৰ্ণ। পাহাৰৰ ওপৰত সৌন্দৰ্য্য পূৰ্ণ নগৰ ৪।৬ মাইলৰ আঁতৰে আঁতৰে পোৱা গৈছিল। হিন্দু অনুস্থান যথেষ্ট!

**কেৰেলা পথ আৰু প্ৰাকৃতিক।**

সদ, ভাৱ ভক্তিৰ অভাৱ নাই। ধনী দুখীয়া প্ৰভেদ নাই। উচ্চ শিক্ষিতৰ অধিক সংখ্যা, অথচ অভিমান নাই। সৰ্ব্বদায়ে বিলাসিতা বৰ্জ্জীত! প্ৰতিঘৰেই যাপৰী ইটাৰ নিৰ্ম্মাণ কৰা! সেই বুলি যাকত আকাৰৰ সুন্দৰ পকা ঘৰৰ যে অভাৱ ইয়ো নহয়! সাধাৰণ শ্ৰেনীৰ যাপৰী ইটাৰেই ঘৰ অধিক। অৱস্থা প্ৰত্যেকৰেই

গভিৰ। আহি আহি প্ৰায় ২০০ মাইলৰ অধিক অতিক্ৰম কৰি আহি ৰাষ্ট্ৰীয় সেৱা সংঘৰ হলত আপ্তেজীৰ সৌজন্য থকাৰ সুবিধা পোৱা হৈছিল! তাতে খোৱা মেলাৰ ব্যৱস্থা কৰি প্ৰায় ৰাতি ১ বজাত শয়ণৰ আশ্ৰয় গ্ৰহণ কৰা হয় সেই দিনা তাৰিখ আছিল ১৯।১২।৬৯ -।

পাহাৰ পথেদি আহোঁতে অন্তৰত এটা কবিতা জাগি উঠিছিল তাকো উল্লেখ কৰা হল!

কেৰেলা ৰাজ্য বৰ্ণন।

এই কেৰল ৰাজ্যখন সৌন্দৰ্য্যৰে বিতোপণ
পশু পক্ষী অগনন সুন্দৰ পৰ্ব্বত!
তৃণ তৰু পুষ্প চই নিৰবেই আছে ৰৈ
নাছিলোঁ দেখা সেই পুব অসমত ॥
নানা তৰহৰ ফল শাৰী শাৰী নাৰিকল
তাল বেল খাজুৰীৰে পুৰা ভৰপুৰ।
ঘেঁহু যব শালিধান আৰু বহু তামোল পাণ
দেখিলেই চকু ৰোৱা অতিকে মধুৰ ॥
কাশে কাশে আলিবাট টঁাৰ ঢলা আছে তাত
তাৰ বুকতেই যায় বাগৰি মতৰ।
বেকা বেকী ওখ ঠাই দেখিলেই ধাতু যায়
আৰব্ৰ সাগৰো বহু নহয় আঁতৰ ॥
নাৰিকলে থৈছে চাটি সোমাব নোৱাৰে হাতী
শাৰী শাৰী পৰিপাতি এপোল আৰু কল।

ঘাপৰী ইটাৰ ঘৰ আছে তাত সৰু বৰ
দুই ছাৰি ঘাপ কৰি অতিকে প্ৰবল ॥
প্ৰাকৃতিক দৃশ্য চাই ভোক পিয়াহ হৰি যায়
চাই থাকিলেই যেন চায়েই থাকিম।
নেযাম যেন ঘৰলৈ ইয়াতেই থাকিলৈ
শান্তি নিকেটন এক আশ্ৰম পাতিম ॥

## কেৰেলা ৰাজ্য

আহি আহি অন্তনাই হেঁপাহ নেখোন নপলাই
পালোহি নতুন এক্ মহান বন্দৰ।
সাগৰৰ সোমোৱা সুতি মাৰ কাঠে থৈছে জুতি
চেগুণ শিঙৰী শাল দৃশ্যৰে সুন্দৰ ॥
ওপৰেদি দলং পাই ৰেল গাড়ী আহে যায়
কিমান যে সুন্দৰ আৰু কি যে সুগঠন।
অচল অতল ভাবে গৈ থাকে কাষে কাষে
গড় কাপ্তানী দলঙেদি যাত্ৰী যান বাহন ॥
লিখিবলৈ মন যাই ভাষা ভাবে নুকুলাই
ভোকতেই মন বোৰ চেলেং পেলেং।
খোৱা আছিল ছুটা ৰুটি সিবা কেনি ললে চুটি
নিশাটোও মটৰত ঘেটেং মেটেং ॥
পৰম পূজ্যপাদ পিতা বৈষ্ণৱৰ পালক দাতা
জনগন মনোৰমা আনন্দ দায়ক।

পঞ্চ দশ অধিকাৰ দক্ষিনপাট সত্রে যাৰ
বৰ্ত্তমান যি জনা সত্ৰৰ নায়ক ॥
সেই প্ৰভু নামি ৰই বৈষ্ণৱলৈ চাই কয়
নিৰ্ব্বন্ধ বিধিৰ কিনো কেনে মনোৰম।
ইয়াতেই থাকি থাকি কিচু মাটি বৃত্তি ঘটি
পাতিম যেন এখন সেই তাপস আশ্ৰম ॥
সূক্ষ্ম ভাবে ভাবি চালে এদিনটো নিবহি কালে
কেলেইনো ধন সোণ ঐচৰ্য্য বিভুতি।
অতিতৰ আৰ্য্য ঋষি যাপি বনে দিবা নিশি
প্ৰচাৰিছিল সত্য ধৰ্ম্ম এৰি সেই আশক্তি।
নানান্ ধৰ্ম্ম বাণী দানি দ্বিজশ্ৰেষ্ঠ মহাজ্ঞানী
গুৰু জন বহি পৰে দেৱাৰ্পিত বানে ॥
চৰিটা বাজে প্ৰায় অষ্টা চলে সূৰ্য্য যায়
এৰিবলৈ কয় গাড়ী কালিকটৰ কালে।
গৈ পালো কালিকট্ বিষ্ণু মন্দিৰ আছে য'ত
সবৈষ্ণৱে গুৰু জন নামিলে ভূমিত।
পদব্ৰজে চলি যায় মন্দিৰে পাণ্ডাক পাই
ব্যাখ্যা কৰা ভাগৱত শুনিলে বহুত ॥
যাত্ৰীৰ সীমা নাই কত আহে কত যায়
কিন্তু মহিলাৰ সংখ্যা অতিকৈ বহুত।
পুষ্প ফল হাতে কৰি স্তৱ স্তুতি কৰি পুজি
দেখি আমি সকলোটি হওঁ আচৰিত ॥

সতী সাধ্বী স্থিৰা অতি নাহিকে চঞ্চলামতি
গহীন গম্ভীৰা গতি ভক্তি পৰায়ণা ॥
বেষ ভূষ লয় লাস ঢুলু ঢুলু কাষ পাষ
মৃদু মণ্ড মধূ হাঁস হৰিণী নয়ণা ।
খোপাত মালতী ফুল ভক্তিত ব্যাকুল
ভাষণত্ তৃপ্ত হয় শ্ৰৱনে মধূৰ ।
ইত্যাদি কথা বোৰ লিখিলেও নপৰে ওৰ
নিলিখিলেও মন হয় দোধোৰ মোধোৰ॥
মুঠতে কবলৈ গলে ধৰ্ম্ম ৰূপ অবিকলে
অনিন্দ্য সুন্দৰ সেই আছে ভগৱান।
শ্ৰৱন কীৰ্ত্তন কৰি নৱ বিধ ভক্তি ধৰি
ভক্ত সবো আছে হৈ অতিকে মহাণ ॥

বিশেষ কেৰেলাত উচ্চ শিক্ষিত লোকৰ সংখ্যাই অধিক! বেচ মধূভাষী লোক সমাজ! অতিথিক তেওঁলোকে শুশ্ৰূষা কৰি বৰ ভাল পাইছিল! ইয়াত নাৰিকলতেল সচৰাচৰ ব্যৱহাৰ কৰে। বিদেশলৈ ৰপ্তানী কৰে। নাৰিকলৰ বাকলা বিলাকৰ পৰা নানান বস্তু তৈয়াৰ কৰে।

**পাৰ্লিকাৰ্ট গ্ৰাম কেৰেলা কৃষ্ণ মন্দিৰ দৰ্শন**

সেই দিনা ২০-১২-৬৯ তাৰিখ ৰাতি ৪ বজাতে শয়ন শয্যাৰ পৰা উঠি স্নান কৃত্য সমাপন কৰি কৃষ্ণ মন্দিৰ দৰ্শনৰ কাৰণে যোৱা হৈছিল। মন্দিৰৰ পৰা আহি ৮ বজাত কন্যা কুমাৰী অভিমুখে ৰাৱনা কৰা হয়। ১১ বজাত পাৰ্লিকাৰ্ট গ্ৰামৰ কৃষ্ণ মন্দিৰত আপ্তজীৰ সৌজন্যে অন্নপাক্

কৰাৰ ব্যৱস্থা কৰি ২ বজাত গাড়ী লৈ অহা হয়। সেই বুলি কন্যা কুমাৰীলৈ (অৰ্থাৎ কুমাৰীকা অন্তৰীপ) তেতিয়াও ২০০ মাইল সম্পূৰ্ণই আছিল। উক্ত স্কুলত স্কুলীয়া ছাত্ৰ-ছাত্ৰী সকলক পোৱা হয়। ভাষা আদি বুজি লোৱাৰ প্ৰচেষ্টাৰে কেই দফামান লিপিবদ্ধ কৰি লিখি লোৱা হয়। তেতিয়াও সেই একেতা পাহাৰৰ অন্ত পৰা নাই! পাহাৰৰ কিমান উচ্চ চূড়াত গাড়ীত উঠিছিল তাক অনুমানৰ অসাধ্য।

**এৰণা কোলাম নগৰ কালা মন্দিৰ**

সিওঁ ৰম্য নিৰ্ভিক স্বৰম্য আশ্ৰয়। আহি আহি এখন স্থান পোৱা যায়। নাম "এৰ্ণা কোলাম" নগৰ পৰিভ্ৰমণ কৰা হয়। সুন্দৰ সৌন্দৰ্য্য পূৰ্ণ নগৰ। চাই-চিতি ৫ বজাত "কালা মন্দিৰত" ৰাতি থকা হয়। সন্মুখৰ আলিটোৰ নাম "ট্ৰেডি ৰোড্" ৰাতি তাতেই কটোৱা হৈছিল।

**বিশেষ মন কৰিব লগা**

বিশেষ মন কৰিব লগীয়া আমি ফুৰা ঠাই সমূহত মাৰোৱাৰীৰ সংখ্যা প্ৰায়েই পোৱা নগল। কোনো কোনো স্থান তহুই এজনহে পোৱা হয়। অসমতেই মাৰোৱাৰীৰ সংখ্যা বহু গুণে বেছি বুলি অনুমান।

মহীশূৰত ধান খেতিৰ পয়োভৰ দেখি আচৰিত নহৈ নোৱাৰি। তেনেদৰে কুহিয়াৰৰো অভাৱ নাই। বিধে বিধে ফল ফুল চকুত পৰিছিল। কৰ্ম্ম ব্যস্ত জন মণ্ডলী কৃষক বৃন্দ। প্ৰত্যেক খেতিৰে শৃঙ্খলা বদ্ধ পৰি-পাতি ব্যৱস্থা দেখি মনত আনন্দ লাগিছিল। সেই স্থানৰ কৃষকসকল অধিক পৰিশ্ৰমী

অথচ স্বাস্থ্যবান। খেতিয়ক সকলৰ হালবোৱা সময়ৰ কোনো নিৰ্দ্ধাৰিত নাই। পুৱা ৬ বজাৰ পৰা সন্ধ্যা ৬ টা লৈকে যাৰ যি যেনে ইচ্ছা তেনে ভাবেই হাল বোৱা দেখা গৈছিল। সেই বুলি গৰুৰ প্ৰতি তেওঁলোকৰ অসীম ভক্তি আহাৰ্য্য দ্ৰব্যৰ কোনো ত্ৰুটি নকৰে! আনকি সময়মতে পথাৰতে ঘাঁহ বা দানা পানী যোগান ধৰে। এহাল গৰু নথকাসকলে, এফালে ম'হ আৰু আনফালে গৰু জুতি হাল বোৱা দেখা গৈছিল। গৰুবিলাকৰ শিং বিলাক পহুৰ দৰে দীঘল বৰ ওখ-পাখ ম'হ বিলাকৰ শিং ঘোৰ খোৱা আৰু চুটি। দেখি অহা স্থান বিলাকত স্নান কেৱল এবাৰ হে কৰা গৈছিল। আন আন সময়ত শৌচ প্ৰচাপ কৰিলে স্নান কৰা অভ্যাষ সমূলী নাই। তীৰ্থ সমূহটো পাণ্ডাসকলৰ আচৰণো সেই তদনুৰূপেই দেখা গৈছিল। মৎস্য মাংস ব্যৱহাৰ আৰ্য্য হিন্দুৰ সমূলী নাই। কেৱল অহিন্দু সকলে ব্যৱহাৰ কৰা দেখা গৈছিল। উচ্চ হিন্দুৰ ভিতৰত মাছ মাংস ব্যৱহাৰ কৰালোকক তেওঁলোকে ঘৃণা কৰে। বজাৰ বিলাকত শুকান মাছৰ বিক্ৰি হয়। মহীশূৰত চন্দন গছ বহু পৰিমাণে পোৱা হয়। ইয়াৰ পৰা চন্দনতেল পৃথিবীৰ বিভিন্ন স্থানলৈ চালান হয়।

সেই দিনা ৰবিবাৰ ইং ২১।১২।৬৯ তাৰিখ। পুৱা সোনকালে কেৰেলা প্ৰদেশৰ ৰাজধানীলৈ যাত্ৰা কৰা হৈছে। এৰণা কূৰ্ণামৰ পৰা যাত্ৰা কৰাৰ আগতেই প্ৰাতসতে তাত থকা শিৱ মন্দিৰ দৰ্শন উপলক্ষ্যে মন্দিৰলৈ

এৰণা কূলাম যোৱা হৈছিল যদিও শিৱ শঙ্কৰক দেখাৰ কেৰেলা সৌভাগ্যৰ পৰা বঞ্চিত হব লগা হৈছিল। অৰ্থাৎ তেতিয়া মন্দিৰ বন্ধ আছিল।

দুৰ্ভাগ্য বশতঃ আমিও সঙ্গী হৈ গৈছিলো যদিও মন্দিৰৰ বিশেষ বিশেষ অংশ সমূহ চাই চিতি থাকোতেই সকলো জন গুছি আহিছিল। সঙ্গী সকলক দেখা নেপাই মন্দিৰৰ পূজাৰীক সুধিবলৈ বাধ্য হৈ প্ৰশ্ন কৰিলো যে "আসাম যাত্ৰী কাহাঁ গিয়া" উত্তৰত "অব বাহৰ গিয়া" বুলি কোৱাত লৰা-লৰিকৈ আহি চাওঁহি যে পূৰ্ব্বে থকা স্থানত আমাৰ গাড়ীখন নাই। অলপ আচৰিতেই হলোঁ। যিহেতু টকা পইছা তেতিয়া সমূলী হাতত নাছিল। কেৱল মন্দিৰত সেৱা কৰিবলৈ নিয়া যি দুই ছাৰি অনা মাত্ৰ হাতত আছে। কিং কৰ্ত্তব্য বিমূঢ়! এনেতে শ্ৰীমান ডিম্ব বৰা আৰু শ্ৰীমান দুৰ্গাক লৰি অহা দেখা পাই তেওঁলোকৰ লগত পুনৰ গাড়ীৰ গৰ্ভত সোমোৱাৰ সৌভাগ্য মিলিছিল। তাৰ পৰা কিছুদুৰ আহি সমূদ্ৰৰ কাষত আৰু এক শিৱ মন্দিৰ পোৱা গল! যাত্ৰীৰ বৰভীৰ। হুলস্থুলৰ মাজেদিয়েই শিৱ দৰ্শন কৰা হল হয়, কিন্তু শান্তি হলে পোৱা নগল। তাৰ পৰা অবসৰ হৈ নানান স্থান অতিক্ৰমী প্ৰায় দুই বজাত মূল

ৰাজধানী "নগৰ" পোৱাহি হৈছিল। মনোৰম স্থান সাগৰৰ পাৰত অৱস্থিত। অধিক সৌন্দৰ্য্য পূৰ্ণ

**ত্ৰিবান্দ্ৰম্ পথ লাভ, মন্দিৰ দৰ্শন**

কেৰেলাৰ ৰাজধানী! ওচৰতে সাগৰৰ নিচেই দাঁতিত বিৰাট মন্দিৰ! নাম "পদ্মলাভ"। বৰ্ণনাতীত সেই মন্দিৰৰ ৰূপ সজ্জা। সেই স্থানৰ যাত্ৰী সকলৰ ভক্তি ভাৱ অতুলনীয়। উক্ত স্থান সমূহৰ মুনিহসকল মন্দিৰত প্ৰবেশ কৰা অৱস্থাত ধুটিৰ পোন্ধ নেথাকে! কিন্তু প্ৰত্যেকৰে তলত এদাল লেংটি আৰু ওপৰত ধুটিখন মাৰি থয়। গাত কাপোৰ নেথাকে! প্ৰায়েই খালি গাৰে মন্দিৰত প্ৰবেশ কৰে। কোনোলোকৰ কাপোৰ থাকিলেও ককালত বন্ধা থাকে। মহীলা সকলে মুনিৰ দৰে ধুটি পিন্ধে আৰু পোন্ধ মাৰে। সেয়ে ধুটিবিলাক ৰঙিণ। ভাষা মালায়ামেই বেছি ভাগ ব্যৱহাৰ কৰে যদিও হিন্দিও সুন্দৰ ভাবে কব পাৰে! বৰ বৰ ৰাজকৰ্ম্মচাৰী সকলৰো কপালত তিলক পৰিধান কৰা দেখা গৈছিল। কেচুৱা লৰা-ছোৱলীৰ পৰা. বৃদ্ধ বৃদ্ধালৈকে চন্দনৰ কপাল জুৰি তিলক লোৱা দেখা

**ত্ৰিবান্দ্ৰমৰ পদ্মলাভ মন্দিৰ**

গৈছিল! আনকি তেওঁলোকে গাত ঘঁহিও ভাল পায়। চন্দন ব্যৱহাৰ কৰা তাত অপৰিহাৰ্য্য ৰীতি বুলি ধাৰণা হৈছিল। মূল মন্দিৰৰ চুড়াৰ উচ্চতাৰ পৰিমান অনুমান কৰিব পৰা নহৈছিল, কেৱল আতৰৰ পৰা চালেহে

তাৰ উচ্চ চুড়া দেখা পোৱা যায়। কিমান শ বছৰৰ আগৰ তাৰো কোনো শক তাৰিখ পোৱা নহৈছিল। মন্দিৰত কাতি থোৱা মূৰ্ত্তিৰ সংখ্যা গণনাৰ অতিত। স্বয়ং বিশ্ব কৰ্ম্মাৰ নিৰ্ম্মাণ বুলিয়েই ধাৰণা হৈছিল। যথাৰ্থতে ধাৰনাযে দৰ্শকৰ নহব ইয়াত কোনো সন্দেহৰ কাৰণ নেথাকে।

## বিশেষ মন কৰিব লগা—

এই নগৰৰ নাম শুদ্ধ ভাবে "তিৰু অনন্ত পুৰম্"। তাৰ পাছত ত্ৰিবান্দ্ৰম্ বুলি অভিহিত হৈছে। বিশাল সৌন্দৰ্য্য পূৰ্ণ স্থান সাগৰৰ পাৰত অৱস্থিত বৰ্ত্তমান এই ত্ৰিবান্দ্ৰম্ কেৰেলাৰ ৰাজধানী। সাগৰৰ কাষেদি কন্যা কুমাৰীলৈ যাব পৰা সুন্দৰ পাহাৰ পথ নিৰ্ম্মণ কৰা আছে। ইয়াত গুজ্ৰাত ধৰ্ম্ম-শালা তথা মন্দিৰ আছে। ৰেলৰ ষ্টেচন প্ৰায় নগৰৰ পৰা আধা মাইল ওচৰা ওচৰিত অৱস্থিত। ষ্টেচনৰ ওচৰত বাছ মতৰৰ চেণ্ডিকেত আছে। সাগৰৰ নিচেই পাৰতে মন্দিৰ। অতি বিৰাট আকাৰ মন্দিৰৰ পৰা সাগৰৰ দৃশ্য চাবলৈ অতি মনোৰম। ছাৰি মেৰৰ ভিতৰত পদ্মনাভ মন্দিৰ অৱস্থিত। তাৰ ভিতৰত পদ্মনাভ ভগৱানৰ অনন্ত শয্যাৰ শায়িত সুবিশাল মূৰ্ত্তা কাষত দেৱতা গন্ধৰ্ব্ব সকল অৱস্থিত।

**নগৰ আৰু পদ্মলাভ মন্দিৰৰ বিবৰণ**

নাভি পদ্মৰ পৰা ব্ৰহ্মাদেৱ উৎপত্তি হোৱা ৰূপত দেখা যায়। সকলোবোৰ শিলত কটা মূৰ্ত্তি। ভগৱানৰ স্বয়ং মন্দিৰ কলা কষতি পাঠৰৰ দ্বাৰা তৈয়াৰ কৰা। মন্দিৰৰ সন্মুখত সোণেৰে নিৰ্ম্মিত গৰুড়াধ্বজ। ইয়াৰ আগত এটা ডাঙৰ মণ্ডপ। মন্দিৰৰ পাছ হাতে বহুত মূৰ্ত্তী দেখিবলৈ পোৱা যাই। মন্দিৰৰ পশ্চিমে শ্ৰীকৃষ্ণ মন্দিৰ আছে।

তাৰ খেতিয়ক সকল পূৰ্ণ স্বাধীনতাৰে কৰ্ম্ম ক্ষেত্ৰত আগবাঢ়ি যোৱাত পশ্চাত পদ নহয়। পৰস্পৰৰ মাজত ভিন ভেদ ভাবৰ অভাৱ। প্ৰায় কৃষি বিলাক সমবায় ভাবে সম্পাদন কৰে। যেনেঃ— ধানমৰা, মাহমৰা পানী যোগান ধৰা আদি ধানবিলাক গৰু ফুৰাই মৰাৰ বাহিৰেও মাহ মৰাৰ দৰে টোকোন লৈ মৰিয়াই মৰিয়াই শৰাই। ধানবিলাক গুৰীতে কাতি পোলা বান্ধিবলৈ যায় আৰু কিছুমান গৰু গাড়ীটো কঢ়িয়াই আনে। ভড়াল আমাৰ অসমৰ দৰে কাৰোৱেই নাই। মুকলিতে ধান বিলাক শৰণ খেৰ জপাদি জাপি ৰাখে। পথাৰত থকা ধানবোৰ পথাৰতেই দ”মাই ৰাখে। চুৰ হোৱাৰ ভয় সমূলী নাই। মাটি বিলাকত ইটোৰ পাচত সিটো খেতি চলাই থাকে। চণ্ পৰি থাকিবলৈ নেপায়। গোটেই বছৰতে নানা তৰহৰ ধান খেতি কৰি থকা দেখা গৈছিল। কঠিয়া পৰাৰ পৰা

**কৃষিকলা আৰু আচৰণ**

**মাটি আৰু খেতিৰ ব্যৱহাৰ।**

নব্বৈ দিনৰ ভিতৰত শালি খেতি হৈ উঠে। পানীৰ যোগান চৰকাৰে ধৰে। প্ৰতি খেতি বিলাকত পানী টুলি গৰুৰ দ্বাৰা খেতিৰ স্থানত পানী দিব লগা হয়। বিনা পানীয়ে তাত্ কোনো খেতিয়েই নহয়। বৰষুণ সেই ঠাইত বৰ কম।

উক্ত স্থানত বাদাম তেল, তিল তেল আৰু নাৰীকল তেল ব্যৱহাৰ কৰে। সৰিয়হৰ তেলৰ সেই ঠাইত অভাৱ। কলিকটাৰ পৰাই সৰিয়হ তেলৰ অভাৱ পোৱা গৈছিল। তামোল পাবলৈ বৰ টান আনকি তামোলৰ গছ দেখাৰ পৰাও সম্পূৰ্ণ বঞ্চিত আছিলোঁ আমি। তামোল বিলাক অন্য স্থানৰ পৰা আমদানী কৰে। প্ৰায় শুকান তামোল অধিক। কিলো আঁঠ টকা ভাবে বিক্ৰি কৰে। কোনো কোনো ঠাইত এটা তামোল ·২৫ পঃ দি কিনিব লগাত পৰিছিল। সেই ঠাই বিলাকত তামোলক পাক্কে আৰু পানক বেট্টি লেই বুলি ব্যৱহাৰ কৰে। উক্ত ভাষা বিলাকক তামিল বুলি কোৱা হয়। আৱশ্যকীয় বস্তু বিলাক কিনিব লগা হোৱা বাবে এজন হিন্দি জনালোকৰ পৰা কিছুমান তামিল শব্দ লিখি লোৱা হৈছিল। লিখি লোৱা কিছুমান শব্দ তলত উল্লেখ কৰা হল। যেনে:—

**স্থানৰ বিবৰণ ও ভাষা ব্যৱহাৰ**

---

## তামিল ভাষা।

| | | |
|---|---|---|
| টিপেটি | অৰ্থাৎ | জুইশলা। |
| পাল | ” | গাখীৰ। |
| গোদ্ মেই | ” | আটা। |
| মেনেগা টুল | ” | হালধী। |
| পাৰপু | ” | দাইল। |
| পাচচা পায়াৰ | ” | মগুমাহ। |
| জৱৰ চি | ” | চাগুদানা। |
| মেলেগা | ” | জলকীয়া। |
| উপ্প | ” | নিমখ |
| বেৰেগু | ” | খৰী। |
| বেল্লা | ” | গুৰ। |
| বেন্দিয়াম | ” | মিঠি। |
| কার্টেগু | ” | সৰিয়হ। |
| নট্ট পাট্টা গাম্ | ” | কাগজ। |
| বেষ্টি | ” | চুৰিয়া। |
| ইঞ্জি | ” | আদা। |
| মাৰম | ” | গছ। |
| এৰো | ” | বলদ গৰু। |
| পাচু | ” | গাই গৰু। |
| নেল | ” | ধান। |

| | | |
|---|---|---|
| গুদ্দাই | অৰ্থাৎ | গামোছা । |
| গাড়ি আৰম | ” | ঘৰী । |
| চিপ্ | ” | ফণি । |
| চেৰপু | ” | চেন্দেল । |
| এল্লেই | ” | চাদা । |
| আৰোপ্পা | ” | আঁঠ অনা । |
| পাজ্ত পইছা | ” | পোন্ধৰ পইছা । |
| পট্টি পইছা | ” | পাঁচ পইছা । |
| আৰো পইছা | ” | এক্ পইছা । |
| উব্বুপ্পা | ” | এটকা । |

ইত্যাদি তামিল ভাষা ।

## মালায়াম ভাষা ।

| | | | |
|---|---|---|---|
| গুন্ নে | ” | এক | ১ |
| বান্দে | ” | দুই | ২ |
| মোণ্ণে | ” | তিনি | ৩ |
| নান্নে | ” | ছাৰি | ৪ |
| আজ্জে | ” | পাঁছ | ৫ |
| আৰে | ” | ছয় | ৬ |
| এৰে | ” | সাত | ৭ |
| এৰ্ত্তে | ” | আঠ | ৮ |

| | | | |
|---|---|---|---|
| ওম্বদে | ” | ন | ৯ |
| পট্টে | ” | দহ। | ১০ |
| ইরুপ্ দে | ” | বিছ | ২০ |
| মূপ্পা দে | ” | ত্ৰিছ | ৩০ |
| বাক্কেট | ” | চল্লিছ | ৪০ |
| আম্বদে | ” | পঞ্চাছ | ৫০ |
| আৰব দে | ” | ষাঠি | ৬০ |
| ইরুপ দে | ” | সত্তৰ | ৭০ |

ইত্যাদি মালায়াম।

## কানাৰা ভাষা

যেনে :— আমাক অলপ গাখীৰ দিয়া।
কানাৰা :— নামাগে চল্পা হাঁহাঁল্লো কোদৰি !
যেনে :— তোমালোকৰ ঘৰ ক”ত।
কানাৰা :— নিন্মা মানে এলেনি ৰে।
যেনে :— আমি পানী কত পাম্।
কানাৰা :— নামাগে চল্পা নিৰ এল্লে চিগোটা দে।
যেনে :— এই ঠাইৰ নাম্ কি।
কানাৰা :— আৱান্না উৰ ইন্না হেচাবেল্লো।
যেনে :— তোমাৰ নাম কি।
কানাৰা :— নিন্মা হেচেৰেন্নো।

যেনে :— ঘিউ অলপ ক’’ত পাম্।

কানাৰা :— নিম্মা উৰল লে-টুপ পাবো এল্লে চেগুট্টা দে আৰিকা মানে তামোল এল্লে মানে পান! ইত্যাদি কানাৰা।

**অন্তৰীপ, কন্যাকুমাৰী যাত্ৰা।** ২২।১২।৬৯ পুৱা সাত বজাত সৰ্বৈষ্ণৱে সত্ৰাধিকাৰ কন্যাকুমাৰীলৈ যাত্ৰা কৰে। তাত থকা মূখ্য মূখ্য স্থান সমূহচাই সাগৰৰ মাজত থকা স্বামী বিবেকানন্দ স্মাৰক শিলা অৰ্থাৎ নৱ নিৰ্ম্মিত মন্দিৰ চাবৰ কাৰণে যোৱা হয়। সাগৰৰ পাৰৰ পৰা এক ফৰ্লং মান দুৰত এটা সৰু শিলাময়

**বিবেকানন্দ মঠ দৰ্শণ।** পাহাৰৰ ওপৰত মন্দিৰ নিৰ্ম্মাণ কৰিছে। যাওতে মেচিন নাৱেৰে যাব লগা হৈছিল। প্ৰথমেই সাগৰৰ ডাঙৰ ডাঙৰ ঢৌ বিলাক লাগি নাওঁ খন তল্ ওপৰ কৰাত যঠেষ্টই আতঙ্কৰ সৃষ্টি হৈছিল যদিও পুনৰ ঘূৰি আহোঁতে ভয়ৰ পৰিবৰ্ত্তে আনন্দ হে লাগিছিল। নতুন নিৰ্ম্মান মন্দিৰত প্ৰবেশ কৰি কাৰ্য্য কলাপ দৰ্শন কৰি আমি মন্ত্ৰ মূগ্ধ যেন হৈ পৰিছিলোঁ। শিলেৰে নিৰ্ম্মান কৰা ইমান মহৎ কাম জীৱনত দেখাৰ সৌভাগ্য সেয়ে সৰ্ব্ব প্ৰথম্। সকলো কামেই

**অন্তৰীপ, কন্যা কুমাৰী বিবেকানন্দ মঠ** শিলৰ। শ শ বনুৱাই সমূদ্ৰৰ মাজত ভব্য ভব্য শিলৰ ওপৰত কাম কৰি থকা দেখি বাস্তবিকে বিস্ময় লাগিছিল। ডাঙৰ ডাঙৰ মেচিনবোৰ কাষে কাষে স্থাপিত। খুটা

বিলাকত নানা তৰহৰ মূৰ্ত্তি বিলাক শিল্পীসকলে তৈয়াৰ কৰিব লাগিছে। শিলৰ বাহিৰে অন্য বস্তুৰ সংযোগ সমূলি দেখা নহৈছিল। সৰ্ব্বমুঠ ৬০,০০০০০

মঠৰ দান পৰিমাণ

(ষাঠি লাখ) টকাৰ ঠিকা। তাৰে ১২,০০০০ (বাৰ লাখ) অসমৰ পৰা পোৱাৰ কথা বৰ্ডত লিখি থোৱা মতে জানিব পৰা গৈছিল। সকলো কথা আগ্ৰেজী আৰু ঠিকাদাৰ জনে আমাক বুজাই কৈছিল। দানত সকলো প্ৰদেশত থাকি অসমে প্ৰথম স্থান অধিকাৰ কৰিছে বুলি আমাক কৈ তেওঁ-লোকে আনন্দ কৰিছিল। শিলাকুটি সকলে পাৰত চালেই চকুৰোৱা অনপথ্য মূৰ্ত্তি কাটিব লাগিছে। অভূত পূৰ্ব্ব, বিশেষ বিশ্ব খনিকৰৰ নিৰ্দ্দেশত হোৱা যেনেই অনুমান হয়।

স্নান সন্ধ্যা সংগম শলীলত সমাধা কৰি আচ্চা শক্তি কুমাৰী অৱস্থাৰে অৱস্থিত হৈ থকা কন্যা

দেৱী দৰ্শন

কুমাৰী দেৱীক দৰ্শন হৈ সাগৰৰ পাৰত থকা শঙ্কৰাচাৰ্য্যৰ মন্দিৰ আৰু গান্ধী ভৱনত প্ৰবেশ কৰা হয়। এই ঘৰ মাৰ্ব্বল পাঠৰেৰে নিৰ্ম্মাণ! সৌন্দৰ্য্য অসীম। তাৰ পাছত অতুলনীয় দৃশ্য

গান্ধী ভৱন দৰ্শন

সমূহ চাই আৰু সাগৰৰ গৰ্ভত থকা শঙ্খ শামুক আদিৰ সজা নানান তৰহৰ মনোহাৰি বস্তু সমূহও চাই চাই হেপাহ পলুওৱা হৈছিল। দুপৰীয়া ১২ বজাত পুনৰ থকা স্থানলৈ প্ৰত্যাগমণ কৰা হয়।

সন্ধীয়াৰ সাগৰৰ দৃশ্য চাবৰ কাৰণে অহা হৈছিল। সন্ধীয়াৰ সৌন্দৰ্য্য উপভোগ কৰি সুচেন্দ্ৰ মন্দিৰলৈ যোৱা হয়। আপ্পেজী আমাৰ লগতেই ফুৰিছিল।

**সুচেন্দ্ৰ মন্দিৰ দৰ্শন**

সাগৰৰ পাৰৰ পৰা সুচেন্দ্ৰ মন্দিৰলৈ ৮ মাইল দুৰ। পূৰ্ব্বে জ্ঞানবন ক্ষেত্ৰ বুলি প্ৰকাশ আছিল এই সুচেন্দ্ৰ মন্দিৰ।



গৌতমৰ শাপগ্ৰস্ত ইন্দ্ৰই এই স্থানতেই মুক্তি লাভ কৰিছিল। এই স্থানৰ নাম সুচীন্দ্ৰম্ পাড়া। ইয়াত ব্ৰহ্মা বিষ্ণু শিৱ মূৰ্ত্তি আছে। ওচৰত জ্ঞানকুণ্ড আৰু সৰোবৰ বিদ্যমান। অন্যান্য মূৰ্ত্তিও অনেক। মন্দিৰ বহুত দীঘল ডাঙৰ সুন্দৰ স্থান। প্ৰায় বিলাক মূৰ্ত্তিয়েই সেই মন্দিৰত

**কন্যাকুমাৰী অন্তৰীপ**

পোৱা যায়। পুৰণি স্মৃতি চিহ্নৰে পৰিপূৰ্ণ। ক্ষেত্ৰৰ পৰিধি প্ৰায় ৩০ বিঘা মাটিৰ অধিক হলেও কম নহয়। মূৰ্ত্তিৰ ভিতৰত গণেশ

কাৰ্ত্তিক, নৱগ্ৰহ, মহামায়া, ৰাম, সীতা, হনুমান, বৃষভ, গড়ুৰ আদি মূৰ্ত্তি সমূহে দৰ্শকৰ প্ৰায়েই মন আকৰ্ষণ কৰে। সেই মন্দিৰত সোমালে আৰু আহিবৰ ওলাই আহিবৰ ইচ্ছা নেথায়। প্ৰদীপ আৰু ধূপ ধূনাৰ গন্ধই মন্দিৰ আমোদিত কৰি থাকে। যাত্ৰীৰ ভিৰ বহুত। ভাগৱতৰ চৰ্চ্চা বহু গুণে হয়। ইত্যাদি দৰ্শনান্তে ৰাতি ৯ বজাত থকা স্থান পোৱাহি হৈছিল।

## কন্যাকুমাৰী তীৰ্থৰ বিশেষ পৰিচয়।

কন্যাকুমাৰী ভাৰতৰ দক্ষিণ সীমা। ই এটা অন্তৰীপ সাগৰৰ নিচেই কাষতে মন্দিৰ। চাব লগা সৌন্দৰ্য্য পূৰ্ণ স্থান। সিন্ধু সাগৰ আৰব সাগৰত সন্মিলিত হৈছে। বঙ্গোপ-সাগৰ আৰব সাগৰ ভাৰত মহাসাগৰত মিলন হৈছে। এই অন্তৰীপত চৰ্কাৰী ধৰ্ম্মশালা নিৰ্ম্মাণ কৰা আছে। যাত্ৰী তাত তিনি দিন থাকিব পাৰে। সাগৰৰ কাষত স্নান কৰিব পৰা সুন্দৰ পৰিপাতি শিলৰ খট্‌খটি আৰু তিৰুতাসকলে কানি কাপোৰ পৰিধান কৰিব পৰা বেলেগ আবৃত ঘৰ আছে। ঘাটত এটা মুকলি মণ্ডপ আছে। যাত্ৰী সকলে তাত খাদ্যাদি ব্যৱহাৰ কৰি জিৰণি লব পাৰে। সন্ধ্যা সময়ত সূৰ্য্য অষ্ট যোৱা দৃশ্য অতিব মনোৰম। সূৰ্য্যক ওচৰত শকত আকাৰত দেখিবলৈ পোৱা যায়। এই ৰহস্য চাবৰ কাৰণে সন্ধ্যা আৰু পুৱা বহুত লোকৰ সমাগম হয়।

ইয়াৰ আশে পাশে সৰস্বতী, গায়ত্ৰী আৰু মাতৃ তীৰ্থ নামে বহুত পুণ্য স্থান আছে। সাগৰৰ পাৰত এক জ্ঞান নামৰ ঘাট আছে। পাৰতে গণেশ মন্দিৰ এটি অৱস্থিত। প্ৰথমেই গণেশক দৰ্শন কৰি, দেৱী দৰ্শন কৰা কৰ্ত্তব্য। এই গণেশক ইন্দ্ৰকান্ত বিনায়ক বুলি কয়। স্বয়ং দেৱৰাজ ইন্দ্ৰই এই গণেশ মূৰ্ত্তি প্ৰতিস্থা· কৰিছিল বুলি প্ৰবাদ আছে।

**কন্যাকুমাৰী দেৱী স্থানৰ বিশেষ পৰিচয়**

কুমাৰী মন্দিৰৰ উত্তৰে ভদ্ৰ কালি মন্দিৰ এই স্থান অতি শক্তি সম্পন্ন। ইয়াত সতীৰ পৃষ্ঠ ভাগ পৰিছিল। মন্দিৰৰ উত্তৰে অলপ দূৰতে পাপ বিনাশিনি পুস্কৰিণী আছে। তাত স্নান কৰা কৰ্ত্তব্য। পানীবিলাক মিঠা মিঠা লাগে! মনোৰম কুণ্ড ভাবে নিৰ্ম্মিত। এক কালত ভগৱান শঙ্কৰ মহাদেৱক বাণাসুৰে তপস্যা কৰিছিল। তপস্যাত মহাদেৱ প্ৰসন্ন হৈ বাণাসুৰে অমৰত্ব বৰ ভিক্ষা কৰিলে। তেওঁৰ প্ৰাৰ্থনা মতে শিৱ মহাদেৱে কবলৈ ধৰিলে যে তুমি কুমাৰী কন্যাত থাকি অজেয় হোৱা। এই বৰ লাভ কৰি বাণাসুৰে ত্ৰিলোক বিজয় কৰিবৰ অৰ্থে অত্যাচাৰ কৰিবলৈ ধৰে। এই অত্যাচাৰত পীড়িত হৈ দেৱতাসকলে ভগৱান বিষ্ণুৰ ওচৰত প্ৰাৰ্থনা জনাবলৈ লাগিল।

**কন্যাকুমাৰীৰ বিশেষ পৰিচয়**

বিষ্ণুৱে তেওঁলোকক যজ্ঞ কৰিবলৈ আদেশ কৰিলে। দেৱতাসকলে ইতিমধ্যে যজ্ঞৰ আয়োজন কৰে—আৰু যজ্ঞকুণ্ডত জ্ঞানময়ী

দুৰ্গাদেৱী কন্যাকুমাৰী অৱস্থাত আবিৰ্ভূতা হয়। দেৱী আবিৰ্ভাৱ হোৱাৰ পাচত ভগৱান শঙ্কৰক তেওঁ পতিৰূপে পাবৰ কাৰণে দক্ষিণ সদ্ৰ এই কুমাৰীকা অন্তৰীপত তপস্যা কৰিবলৈ ধৰে। তেওঁৰ সাধনাত শঙ্কৰ ভোলানাথ সন্তুষ্ট হৈ তেওঁৰ পাণি গ্ৰহণ কৰিবলৈ স্বীকাৰ কৰে। ইফালে দেৱতা সকলৰ চিন্তাৰ পাৰ নাইকিয়া হয়। যিহেতু তেওঁলোকে ভাবিবলৈ ধৰিলে যে যদি বিবাহ শেষ হৈ যাব লগা হয়। তেতিয়া হলে বাণাসুৰৰ মৃত্যু হোৱা অসম্ভৱ। দেৱ বৃন্দৰ প্ৰাৰ্থনামতে দেবৰ্ষী নাৰদে সেই বিবাহ মণ্ডপলৈ আহি শিৱ মহাদেৱক চল চক্ৰান্ত কৰি স্নুচেন্দ্ৰ মন্দিৰলৈ লৈ যায়। তেওঁৰ উদ্দেশ্য যাতে বিবাহৰ সময়খিনি পাৰহৈ যায়। ইতিমধ্যে তাতে ৰাতি পুৱাই যায়। ভক্ত সকলৰ ভক্তিৰ কাতৰ আহ্বানত শিৱ ভোলানাথে বিবাহৰ সকলো কথা পাহৰি গৈ ব্ৰহ্মত মন ৰাখিছিল। ইফালে বিবাহৰ কাৰণ সংগ্ৰহ কৰা অক্ষতাদি সমুদ্ৰৰ গৰ্ভত বিসৰ্জ্জন কৰিলে। আৰু তেওঁলোকে ভাবিবলৈ ধৰিলে যে—তিল, চাউল, কাকু সিন্দুৰ আদি একত্ৰ হোৱাৰ এটা বিবাহৰ অমঙ্গল সূচক কাৰ্য্য হ'ল। সেই হেতুকেহে শঙ্কৰো অসন্তুষ্ট হৈ অন্তৰ্দ্ধান হল। দেৱী পুনৰ তপস্যাত নিমগ্ন হল। ইফালে বাণাসুৰে দেৱীৰ সৌন্দৰ্য্যত মুগ্ধ হৈ অনেক প্ৰশংসা কৰিবলৈ ধৰে।

**কন্যাকুমাৰী দেৱীৰ পৰিচয়**

**শঙ্কৰৰ লগত দেৱীৰ বিবাহ**

সেই কথা দেৱীৰ অনুচৰে শুনি, দেৱীৰ কাষত প্ৰকাশ কৰাত আৰু দেৱীৰ লগত বাণাসুৰে বিবাহৰ প্ৰস্তাৱ ডাঙি ধৰা হেতু —বাণাসুৰ আৰু দেৱীৰ মাজত দোৰ্ঘোৰ যুদ্ধ হয়। সেই যুদ্ধত বাণাসুৰক দেৱীয়ে বধ কৰে। তাৰ পাচত শিৱৰ লগত দেৱীৰ বিবাহ কাৰ্য্য সম্পন্ন হয়।

২৩।১২।৬৯ সেই দিনা কন্যাকুমাৰীৰৰ পৰা আবেলি চাৰি বজাত ৰামেশ্বৰ সেতুবন্ধৰ অভিমুখে ৰাৱনা কৰা হয়।

**মাদ্ৰাজৰ সীমা আৰু ৰামেশ্বৰ সেতুবন্ধলৈ যাত্ৰা**

সুভ্ৰমনিয়ম মন্দিৰত ৰাতি থাকি পুৱালৈ অপেক্ষা কৰা হৈছিল। সেইদিনা আমি পাওঁতে ৰাতি প্ৰায় ১০ বাজে। পুৱা ৫ বজাত স্নান সন্ধ্যা কৰি মন্দিৰৰ বিগ্ৰহ দৰ্শন পদব্ৰজে সত্ৰাধিকাৰ সমন্বিতে যাত্ৰা কৰা হয়। সেই দিনা ২৪।১২।৬৯ তাৰিখ আছিল। অৰণ্যে থকা ঠাইৰ পৰা বৰ বেছি দূৰ নাছিল। পাই অহা মন্দিৰ সমূহত থাকি আয়তন কাৰুকাৰ্য্য যাত্ৰীৰ ভীৰ বহু গুণে বেছি। সাগৰৰ নিছেই পাৰতে মন্দিৰ। বহুত সুন্দৰ স্থান ইয়াত কাৰ্ত্তিক মূৰ্ত্তিয়েই প্ৰধান। প্ৰবাদ আছে যে কাৰ্ত্তিকৰ জন্ম এই স্থানতেই হৈছিল। মন্দিৰ দৰ্শন কৰি আহি লগে লগে মাদুৰাৰ অভিমুখে গাড়ী এৰি দিয়া হয়। প্ৰায় ১১ বজাত মাদুৰাৰ সীমা পোৱাহি হয়। সেই ঠাইখনৰ নাম "কভিৰ পট্টা" নামে জনাজাত। তাৰ পৰা

**মাদ্ৰাজ সুভ্ৰময়িনম কাৰ্ত্তিক মন্দিৰ দৰ্শন**

কিছুদূৰ আহি বাঙ্গালোৰ পথৰ মূৰ পোৱাত তাতেই জলযোগৰ ব্যৱস্থা কৰা যায়। তেতিয়া প্ৰায় এক বাজে। এই

দেশৰ ভাষা তমিল মাজে মাজে মালায়ালম ভাষীও পোৱা গৈছিল। লোক সমাজৰ চৰিত্ৰ পোহৰ। ৫ বজাত মাদুৰা চহৰ পোৱাহি হয়। য'ত মিনাক্ষী দেৱীৰ মন্দিৰ আছে। আপ্তেজীয়ে কৰা ব্যৱস্থা মতে এক ৰাষ্ট্ৰ সেৱা সংঘৰ ধৰ্ম্মশালত থকাৰ সুন্দৰ সুবিধা পোৱা হৈছিল। কৰ্ম্মী বৃন্দৰ দ্বাৰা সত্ৰাধিকাৰ প্ৰভুক স্বাগত জনাই বহুত সন্মান প্ৰদৰ্শন কৰে। অলপ দূৰতে নগৰৰ মধ্য অংশত "মিনাক্ষী" দেৱীৰ মন্দিৰ। দেৱী দৰ্শনৰ বাবে ৰাতি সাত বজাত মন্দিৰলৈ যোৱা হয়। যিহেতু সান্ধ্য আৰতি সেই স্থানত চাবলৈ অতি মনোৰম। সূৰ্য্য অস্ত হোৱাৰ লগে লগেই আমাৰ দৰে আৰতি নকৰে। কিছু পলমত দেৱীক ভোগ উচ্চৰ্গা কৰি আৰতিৰে সমাধা কৰে। মন্দিৰ দৰ্শন অতিব মনোৰম বিশ্ব ৰূপ দৰ্শনৰ দৰেই অনুমান হৈছিল। সকলো চাই চিতি ৰাতি ১১ বজাত থকা ঠাইত আহাৰ পানী খাই শয়ণত পৰা হৈছিল। মন্দিৰ নিৰ্ম্মাণৰ কোনো শক তাৰিখ পোৱা নগল। কোনো এক ৰজাই নিৰ্ম্মাণ কৰা বুলি জনা যায়।

**কভিৰ পট্টা গ্ৰাম**

**মিনাক্ষী দেৱীৰ মন্দিৰ মাদুৰা**

**বিশেষ লক্ষ্য কৰিব লগা ঃ**—মাদুৰা এখন বৃহত্তম নগৰ ত্ৰিচিনাপলিৰ পৰা প্ৰায় ৭৩মাইল মানৰ দূৰত মাদুৰা অৱস্থিত। মাদুৰাৰ পৰা ৰামেশ্বৰ সেতুবন্ধলৈ যাব পাৰি। ট্ৰেইন আৰু

মটৰ উভয়েদি যোৱাৰ সুন্দৰ সু-ব্যৱস্থা আছে। ৰামেশ্বৰলৈ যাওঁতে ট্ৰেইন জংচং "মন্দুৰে মানা" বুলি পোৱা হয়। তাত গাড়ী বদলি হয়। আৰু সেই জংচণত বাচ মটৰ ৰাখি কেৱল ট্ৰেইনেদি ৰামেশ্বৰলৈ যাব লাগে। "মনা মন্দুৰৰ" পৰা ট্ৰেইন মাদুৰালৈ চলাচল হয়। মাদুৰা ষ্টেচনৰ কাষত ধৰ্ম্মশালা আছে।

মাদুৰা আৰু মিনাক্ষী মন্দিৰৰ পৰিচয়

ষ্টেচনৰ পৰা প্ৰায় এমাইল মানৰ অন্তত "মিনাক্ষী মন্দিৰ" নগৰৰ মাজত। প্ৰায় ২০।২২ বিঘা মান মাটিত এই মন্দিৰ নিৰ্ম্মিত। ইয়াৰ ভিতৰত আৰু অনেক মন্দিৰ আছে। প্ৰথম প্ৰবেশ দ্বাৰৰ মুখত এটা মণ্ডপ পোৱা হয়। তাত অলেখ আশে পাশে দোকান বজাৰ থাকে আৰু যাত্ৰী সকলৰ সুবিধাৰ অৰ্থে ফুলৰ মালা, ফুল, ফটো আদি কিনি লব পৰা যায়। তাৰ আগত অষ্ট শক্তি মণ্ডপ পোৱা যায়। তাত লক্ষী দেৱীৰ মন্দিৰ আছে। ইয়াৰ দক্ষিণে ব্ৰহ্মনাৰায়ণ আৰু গণেশৰ মূৰ্ত্তি আছে। ইয়াৰ আগত মিনাক্ষী মন্দিৰ। সমুখত এটা প্ৰকাণ্ড মণ্ডপ। ইয়াৰ পাচতে এটা অন্ধঘোপ মণ্ডপ পোৱা যায়। ইয়াত বিষ্ণুৰ মোহিনীৰূপ, শিৱ, ব্ৰহ্মা, বিষ্ণু আৰু অনসূয়া দেৱী আদি মূৰ্ত্তি দেখিবলৈ পোৱা যায়। মন্দিৰৰ সমুখত পাঁচ পাণ্ডৱৰ মূৰ্ত্তি বিদ্যমান। ইয়াৰ ভিতৰত পুস্কৰিণী সৰোবৰ আৰু অন্যান্য কুণ্ড দৃষ্টিত পৰে। ইয়াৰ আগত আৰু নানান মূৰ্ত্তি

বিশেষ পৰিচয়

বিগ্ৰহ পাই গৈ "মিনাক্ষী" মূল মন্দিৰৰ দ্বাৰ পোৱা হয়। দ্বাৰৰ মুখত ছুজন পিতলৰ দ্বাৰপাল মূৰ্ত্তি আছে। ভিতৰত মিনাক্ষী দেৱীৰ ভৈব্য মূৰ্ত্তি নানান বস্ত্ৰ অলঙ্কাৰ আভৰণে চমৎকাৰ পূৰ্ণ। ভিতৰি দেৱীৰ চাৰিওকাশে পৰিক্ৰমা অৰ্থাৎ প্ৰদক্ষিণ কৰিব পাৰি। প্ৰদক্ষিণ কালত নানান দেৱ দেৱীৰ মূৰ্ত্তি সমূহ চাই চিতি যাব পাৰি। ক্ৰিয়াশক্তি, জ্ঞানশক্তি, বল-শক্তি আদি দেৱী মূৰ্ত্তি সমূহ অঙ্কিত। মুঠৰ ওপৰত মাদুৰাত্ ইয়ো এক চমৎকাৰপূৰ্ণ মন্দিৰ আৰু বহুত যাত্ৰীৰ সমাবেশ হয়। ইয়াত এহেজাৰ খুটাৰ এটা ঘৰ আছে।

ইয়াত হিন্দুৰ সংখ্যাই বেছি। বহুত উন্নতশীল স্থান। ইয়াতো কপাহ ধপাত আৰু কফি খেতি দেখা পোৱা যায়। মাদুৰাত কাঞ্চিপুৰম্ ৰামেশ্বৰম্ আদি অনেক তীৰ্থ আৰু হিন্দুৰ মন্দিৰ আছে। ইয়াৰ ভাষা প্ৰায়ে "তমিল"।

(মাদ্ৰাজ) সেতুবন্ধ যাত্ৰা

২৫।১২।৬৯ পুৱা তাৰ পৰা ৰামেশ্বৰ সেতুবন্ধলৈ যোৱা হয়। মাদুৰাৰ পৰা সেতুবন্ধলৈ ১৩৮ মাইল বাকী আছিল। নিজ নিজ বয়বস্তু সমূহ ধৰমশালাৰ চকীদাৰক চম্জাই আৱশ্যকীয় বস্তু কেইদফা লৈ সেতুবন্ধ অভিমুখে ৰাওনা কৰা হয়। ১২০ মাইলৰ পৰা বাকী অংশ ট্ৰেইনেৰে যাব লগা হৈছিল। মটৰ গাড়ী যাব পৰা সুবিধা নথকা হেতু ট্ৰেইনত টিকত কাতি ষ্টেচনত গাড়ী ৰাখি ১৮ মাইল সাগৰৰ বুকুৰেদি যাব লগা হৈছিল। যাওঁতে

সাগৰৰ দাঁতিত নৱগ্ৰহ ঘাট পে.ৱা হয়। তাত স্নান কৰি ষ্টেচন পে'ৱাগৈ হৈছিল। উক্ত ঘাটৰ অৰ্থ হল প্ৰভু ৰাম-চন্দ্ৰই ৰাৱণক বধি আহি সেই ঘাটতে সাগৰৰ জলত নৱগ্ৰহ স্থাপন কৰি পূজা কৰিছিল। নৱগ্ৰহ শিলা হৈ সাগৰৰ

**নৱগ্ৰহ ঘাট আৰু আদি জগন্নাথ মন্দিৰ দৰ্শন**

দাঁতিত কিছু অংশ কোনোজন গ্ৰহ ওলাই থকা অৱস্থাত দেখা গৈছিল। বাকী সকল পানীতে ডুবি আছে। সেই ঠাইত পানী এবুকু হয়। স্নান কৰি পানীৰ তলতে নৱগ্ৰহ স্পৰ্শ কৰিব পৰা যায়। পানীৰ তলতে সুৰক্ষিত ভাবে চৰকাৰৰ দ্বাৰা বেষ্টন কৰি ৰখা দেখা গৈছিল। ওচৰতে পাৰত আদি জগন্নাথ দেৱৰ মন্দিৰ পেৱা হয়। মাহুৰাৰ পৰা সেই ঠাইলৈ ৮৫ মাইল দূৰ। ৰাতি ৰামেশ্বৰ পোৱাগৈ হয়। তেতিয়া

**ট্ৰেইণৰ দ্বাৰা যাত্ৰা**

সময় ১২-১৫ মিনিত গৈছিল। ৰেল যাওঁতে দুমাইল সাগৰৰ দলঙৰ ওপৰেদি যাব লগা হৈছিল। ষ্টেচনৰ পৰা কিছুদূৰ গৈ ধৰম শালা পাই পাণ্ডাৰ আলমত ৰাতি থকা হয়।

**সেতুবন্ধ দৰ্শন**

২৬'১২।৬৯ পুৱা সাত বজাত সাগৰত স্নান কৰি ৰাম লক্ষ্মণ সীতা অৱস্থিত মন্দিৰলৈ যোৱা হয়। সাগৰৰ পৰা বেছি দূৰত মন্দিৰ নাছিল। প্ৰায় সমীপতে তাত ২১ টা কুণ্ড আছে। যেনে- সৰস্বতী, গঙ্গা, ব্ৰহ্মা, ৰাম, লক্ষ্মণ, সীতা, নল,

নীল আদি নামে প্ৰখ্যাত। সেই কুণ্ড সমূহত যাত্ৰীয়ে স্নান কৰা কৰ্ত্তব্য। পিণ্ড তৰ্পণ, স্নান, মন্দিৰ দৰ্শন, আদি কৰি ধৰম শালালৈ অহা হয়। তেতিয়া প্ৰায় ১০ বাজে। খোৱা লোৱা ধৰমশালাতে কৰি ১ বজাত পুনৰ ষ্টেচনলৈ প্ৰত্যাগমণ কৰা হয়। ট্ৰেইণ ভাড়া প্ৰতি জনৰ ·৫০ পইচা হিচাবে লৈছিল।

**বিশেষ পৰিচয়ঃ—** ভাৰতবৰ্ষৰ ভিতৰত ৰামেশ্বৰ সেতুবন্ধও এক প্ৰসিদ্ধ হিন্দু তীৰ্থস্থান। মাদ্ৰাজ প্ৰদেশৰ দক্ষিণ ভাৰতৰ সাগৰৰ দাঁতিত অৱস্থিত।

**মাদ্ৰাজ ৰামেশ্বৰ সেতুবন্ধ**

ষ্টেচনৰ পৰা ৰামেশ্বৰ মন্দিৰলৈ বেছি দূৰ নহয়। ওচৰতেই পোৱা যায়। যাত্ৰী সকল পদব্ৰজেও যাব পাৰে, নাইবা ঘোৰা গাড়ী, গৰু গাড়ী, আদিৰো অভাৱ নাই। ইয়াৰ জলবায়ু অতি উত্তম। ইয়াত ডাকঘৰ. টেলিফোন, ঔষধালয়, পাঠশালা, পুস্তকালয়, দোকান, বজাৰ সম্পূৰ্ণই পোৱা যায়। ই বহু যাত্ৰীৰ সমাগম স্থল। বাচ মটৰ যাব পৰা সুবিধা নাই। ট্ৰেইণেৰে যোৱাৰহে কেৱল ব্যৱস্থা আছে। কিন্তু বতাহ চলাচল অধিক হলে ট্ৰেইণ দুদিন তিনি-দিন পৰিমিত বন্ধ থাকে।

বতাহত সাগৰৰ বুকুত ট্ৰেইণ চলাচল কৰা বৰ ভয়ৰ কথা। ইয়াত সাগৰৰ শঙ্খ শামুকেৰে সজা নানা তৰহৰ মনোহাৰী বস্তু বিক্ৰী কৰে। তাল পাতৰ পৰা বহুতে আচ

বাব তৈয়াৰ কৰি জীৱিকা নিৰ্ব্বাহ কৰে। বস্তুৰ মূল্য অধিক। ইয়াতো যাত্ৰী থাকিব পৰা ধৰমশালা আছে। ইয়াত হিন্দী ভাষাই বিশেষ ভাবে ব্যৱহাৰ কৰে। ইয়াতো পিণ্ডাদি দান কৰিব লাগে। যাত্ৰীয়ে স্নান তৰ্পণ কৰি পিণ্ডাদি দানৰ পাচত ৰামেশ্বৰ মন্দিৰত প্ৰৱেশ কৰিব লাগে। মন্দিৰটো প্ৰায় ১৩০।৩৫ ফুট মান ওখ। এহেজাৰ ফুট মান বেষ্টন। ইয়াত দৰ্শন কৰিবলগা বিশেষ স্থান সমূহ হল ১। লক্ষ্মণ সৰোবৰ, ২। সীতা সৰোবৰ, ৩। ৰাম সৰোবৰ, ৪। ৰাম মন্দিৰ, ৫। চক্ৰ তীৰ্থ, ৬। মঙ্গল তীৰ্থ, ৭। অমৃত তীৰ্থ ৮। ব্ৰহ্মকুণ্ড ৯। লক্ষ্মণ তীৰ্থ ১০। শুক্ৰ তীৰ্থ ১১। শিৱ তীৰ্থ ১২। শঙ্খ তীৰ্থ ১৩। সধ্যামৃত তীৰ্থ ১৪। পৰ্ব্ব তীৰ্থ ১৫। ধনুস্কোটি তীৰ্থ ১৬। পাপ নাশন তীৰ্থ ১৭। কোটি তীৰ্থ ১৮। বৈতাল তীৰ্থ ১৯। সীতা কুণ্ড ২০। জতায়ু তীৰ্থ ২১। গঙ্গা যমুনা সৰস্বতী তীৰ্থ ২২। চন্দ্ৰ তীৰ্থ ২৩। গায়ত্ৰী তীৰ্থ ২৪। ৰামানুজ তীৰ্থ ইত্যাদি ক্ৰমে প্ৰায় পঁছিশ চাবিশখন মান তীৰ্থ বেলেগ বেলেগ ঠাইত নিৰ্ম্মাণ কৰা আছে।

মাদ্ৰাজ
ৰামেশ্বৰ
সেতুবন্ধ

মন্দিৰৰ ভিতৰত ৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন, সীতা, সাক্ষী গোপাল, জনাৰ্দ্দন, দেৱতা, হনুমান আদি বহুত মূৰ্ত্তি দৰ্শন পোৱা যায়। ইয়াৰ বাদেও নল, নীল, জাম্বুবান আদি বহুত স্থান ও কুণ্ড আছে। ইয়াৰ পৰা লঙ্কালৈ সমূদ্ৰৰ মাজে বন্ধা সেতু দেখা যায়। সেতু পাহাৰৰ আকাৰেৰে সাগৰৰ মাজেদি বৈ গৈছে।

মাদ্ৰাজ
ৰামেশ্বৰ
সেতুবন্ধ

৫ ঠাইত খণ্ড খণ্ড ভাৱে ছিগি থকা পৰিলক্ষিত হয়। পাৰত থকা মূল মন্দিৰৰ নাম হ'ল "ৰামেশ্বৰম"। মাদ্ৰাজৰ পৰা আৰু বম্বে বন্দৰৰ পৰা লঙ্কালৈ যাব পৰা জাহাজৰ বা আকাশী জাহাজৰ সুবিধা আছে। বোম্বেৰ পৰা অহা যোৱা জল পথে ৫২.০০ টকা ভাড়া লাগে। কিন্তু মাদ্ৰাজৰ পৰা বহুত কম খৰচ হয়।

**সেতুবন্ধ সমাপ্ত**

৩—৩০ বজাত ৰেল ষ্টেচন পোৱাহি হয়। তাৰ পৰা বাচত উঠি ৫০ মাইলৰ অন্তত শিৱমন্দিৰ আৰু বিষ্ণু মন্দিৰ দুটা পোৱা হয়। সেই মন্দিৰত সেৱা সংকাৰ কৰি ৰাতি ১০ বজাত মাদুৰা ধৰমশালা পোৱাহি হৈছিল।

**মাদুৰালৈ পুণৰ প্ৰত্যাগমন**

পিছ দিনা ২৮।১২।৬৯ তাং ধৰমশালাত স্নান কৰি ভোজন কাৰ্য্য সমাধা কৰা হয়। আপ্পেজী আহি আমাৰ লগত সেই ঠাইত লগ ধৰেহি ১২ বজাত গাড়ী মাদ্ৰাজ চহৰৰ ফালে এৰা হয়। যাওঁতে তিৰোপল্লি নগৰ পোৱা যায়। নগৰৰ দৃশ্য অতি মনোৰম। ওখ পাহাৰৰ ওপৰত গণেশ আৰু দেৱী মন্দিৰ নিৰ্ম্মাণ কৰা আছে। ই চৰকাৰৰ দ্বাৰা সুৰক্ষিত। তিৰুপল্লিক

**মহানগৰী মাদ্ৰাজ চহৰলৈ যাত্ৰা**

**তিৰুপল্লি নগৰ দৰ্শন**

ত্ৰিচিনপল্লিও বোলে। ইয়াৰ প্ৰাচীন সংস্কৃত নাম ত্ৰিশিৰহঃপল্লি। ইয়াত ৰাৱণ ৰজাৰ ভায়েক ত্ৰিশিৰা ৰাক্ষসে ৰক্ষ কূলক বসবাস কৰিবলৈ দিছিল। কিন্তু ইহঁত মহাদেৱৰ ভক্ত আছিল। কালক্ৰমে ভগৱান শ্ৰীৰামচন্দ্ৰই এই ৰাক্ষক বিলাক আৰু খৰ দুষণক ইয়াতেই বধ কৰিছিল।

**মাদ্ৰাজ তিৰোপল্লি বা ত্ৰিচিন্নাপল্লি**

ত্ৰিচিনাপল্লি আৰু শ্ৰীৰঙ্গম দুটা ষ্টেচন। ই নগৰৰ দুই ষ্টেচনৰ ভাতিয়ে। নাচিক আৰু পঞ্চৱতীৰ ভাতিয়ে মহানগৰীৰ মধ্যমত কাবেৰী নদী দুই ভাগে প্ৰবাহিত হৈছে। ইয়াৰ মূখ্য নগৰ ত্ৰিচিন্নাপল্লী আৰু তীৰ্থ হল শ্ৰীৰঙ্গম ইয়াৰ পূৰ্ব্ব নাম আছিল তিৰুচিৰাপল্লি। ত্ৰিচিন্নাপলিৰ প্ৰায় লোকক "ত্ৰিচি" বুলি কয়।

**যান-বাহনৰ চলা-চল**

ত্ৰিচিনাপল্লি দক্ষিণ ৰেলৰ কেন্দ্ৰ স্থান; মাদ্ৰাজ ধনুস্কোটি লাইনৰ ই এটা প্ৰধান ষ্টেচন। বিল্বপুৰমৰ পৰা আহি এটা লাইন ইয়াতেই সংযোগ হৈছেহি। ইয়াৰ পৰা মঠুৰা আৰু ত্ৰিবান্দ্ৰমৰ ৰেল চলাচল কৰে। ত্ৰিচিন্নাপল্লিৰ পৰা শ্ৰীৰঙ্গমলৈ সাত মাইল দুৰ। ইয়াত আৰু শ্ৰীৰঙ্গমত যাত্ৰী থাকিব পৰা শ্ৰীকৃষ্ণদাস ধৰ্ম্মশালা আৰু শ্ৰীৰঙ্গম ধৰ্ম্মশালা পোৱা যায়।

ত্ৰিচিন্নাপল্লি নগৰ অতি মনোৰম। মন্দিৰৰ ওপৰৰ পৰা তলৰ নগৰ চালে এক অপূৰ্ব্ব ভূ-স্বৰ্গ যেন বোধ জন্মে। কাষতে গোদাবৰী নদী বৈ আছে। ৰেলৰ জংচন। ভাষা তমিলেই বিশেষ।

মাদ্ৰাজ শ্ৰীৰঙ্গম মন্দিৰ দৰ্শন।

ইয়াৰ পৰা গৈ শ্ৰীৰঙ্গম মন্দিৰ পোৱাগৈ হয়। উক্ত মন্দিৰ আধুনিকতাৰে সজ্জিত। প্ৰায় লোকেই হিন্দু। মুছলমানৰ সংখ্যা কম যেন অনুমান হৈছিল। সেই ঠাইতো চন্দনৰ ব্যৱহাৰ খুউব বেছি অহিন্দুৰ পৰিচয় মুখত দাড়ী, গোফ নেথাকিলেও ফোঁট নোলোৱাৰ পৰা বুজিব পাৰি। এই নগৰতে সময় ৬টা পাৰ হৈ যায়।

মাদ্ৰাজ পঞ্জপুৰ

তাৰ পৰা সন্ধ্যা গাড়ী এৰি দি কাবেৰী নদীৰ কাষত থকা শিৱ মন্দিৰ আৰু বৃহদাশ্ব মন্দিৰ পোৱা হয়। সেই ঠাইৰ নাম "পঞ্জপুৰ" তাতে ৰাতি থকাৰ ব্যৱস্থা কৰা যায়।

**বিশেষ জানিব লগা কথাঃ—** গণেশ মন্দিৰ আৰু কাবেৰী পুল পাৰ হৈ শ্ৰীৰঙ্গম- দ্বীপ পাবগৈ পাৰি। গণেশ মন্দিৰ ও শ্ৰীৰঙ্গ মন্দিৰ প্ৰায় ওচৰা ওচৰি। প্ৰায় ডেৰ মাইল মানৰ ব্যৱধান মাত্ৰ।

শ্ৰীৰঙ্গম বৃতান্ত বৰ্ণনা।

এই মন্দিৰৰ তাৎপৰ্য্য হ'ল শ্ৰীনাৰায়ন ভগৱানে সাক্ষাৎ শ্ৰীবিগ্ৰহ ব্ৰহ্মাদেৱক প্ৰদান কৰিছিল। বৈবশ্বত মনুৰ পুত্ৰ ইক্ষাকুৱে কঠোৰ তপস্যা কৰি ব্ৰহ্মা দেৱক প্ৰসন্ন কৰিছিল। ব্ৰহ্মাই

সন্তোষিত হৈ শ্ৰীৰঙ্গ মূৰ্ত্তি দান কৰে। পাচত শ্ৰীৰঙ্গ অযোধ্যাত বিৰাজমান হ'ল আৰু ইক্ষ্বাকু বংশীয় ৰজাসকলৰ কুলাৰাধ্য হৈ থাকে।

ত্ৰেতা যুগত শোলৰাজ ধৰ্ম্ম বৰ্ম্মা অযোধ্যাৰ মহাৰাজ দশৰথৰ অশ্বমেধ যজ্ঞলৈ নিমন্ত্ৰিত হৈ অযোধ্যালৈ যায়। তেতিয়া তেওঁলোকে সেই শ্ৰীৰঙ্গ মূৰ্ত্তিক দৰ্শন কৰিলে। তেওঁলোকৰ মূৰ্ত্তি দৰ্শন হোৱা মাত্ৰে চিত্ত মূৰ্ত্তিৰ প্ৰতি আকৰ্ষিত হয়। সেই মূৰ্ত্তি লাভ কৰিবৰ কাৰণ সদায়েই উপাসনা কৰিবলৈ ধৰিলে। কঠোৰ সাধনাৰ বলত শ্ৰীৰঙ্গ বিগ্ৰহ প্ৰসন্ন হয়। লঙ্কা বিজয়ৰ পাচত পৰমপুৰুষ শ্ৰীৰামচন্দ্ৰই অযোধ্যাত ৰাজ্যাভিষেক হয়। সেই উৎসৱ উপলক্ষে দৰিদ্ৰ ব্ৰাহ্মণসকলক শ্ৰীৰামচন্দ্ৰই ধন ৰত্ন দান কৰে। আৰু অন্যান্য সুগ্ৰিবাদি বন্ধু বৰ্গক নানান উপহাৰ দিছিল। সেই সময়ত মহাভক্ত ৰক্ষকুল তিলক বিভিষণে অন্য উপহাৰলৈ আশা নকৰি সেই ৰঘু বংশ আৰাধ্য শ্ৰীৰঙ্গ মূৰ্ত্তি প্ৰাৰ্থনা কৰাত বিভিষণক সেই মূৰ্ত্তি দি ভক্তৰ মনোৰথ পূৰ্ণ কৰিছিল।

**শ্ৰীৰঙ্গম মূৰ্ত্তিৰ বিৱৰণ**

বিভিষণে সেই মূৰ্ত্তিলৈ লঙ্কালৈ যাত্ৰা কৰে। কিন্তু ভগৱানৰ কি ইচ্ছা যে লঙ্কালৈ যাবৰ সেই মূৰ্ত্তিৰ ইচ্ছা নোহোৱাত লঙ্কা পথ আৰোহণ কৰা অৱস্থাতেই বিভিষণৰ হঠাৎ উপাসনাৰ সময় আহি পৰে। কাবেৰী নদীৰ দ্বীপত চন্দ্ৰ পুস্কৰিণীৰ পাৰত বিমান ৰাখে আৰু বিভিষণ উপাসনাত

ব্ৰতি হয়। নিত্য কৰ্ম্ম সমাধাৰ পাচত সেই মূৰ্ত্তি পুণৰ উঠাই লবলৈ বহুত চেষ্টা কৰিও সফলতা লাভ কৰিব নোৱাৰি বিভিষণ হতাশ হয়।

সেই সময়ত শ্ৰীৰঙ্গ মহাপ্ৰভু মূৰ্ত্তিমান হৈ বিভিষণক কবলৈ ধৰিলে যে, বিভিষণ! তুমি চিন্তা এৰি দিয়া! আৰু যত্ন নকৰিবা। এই কাবেৰীৰ মধ্য দ্বীপ পৰম পবিত্ৰ স্থান। ৰজা ধৰ্ম্মবৰ্ম্মনে মোক পাবৰ কাৰণে কঠোৰ তপস্যা কৰিছিল। আৰু ঋষি সকলে তেওঁক ৰযথেষ্ট এই বাবে আস্বাশো দিছিল! সেই কাৰণে মোৰ ইচ্ছা ইয়াতেই থাকিবৰ বাবে। গতিকে তুমি আহি মোক ইয়াহে উপাসনা আৰু দেখাদি থাকিবা। মই তোমাৰ লঙ্কা-লৈকে সমুখ হৈ দক্ষিণ মুখে স্থিতি হৈ তোমাৰ আগমন অপেক্ষা চিৰদিন কৰি থাকিম। তুমি এই কথা সত্য বুলি জানিবা। এই কথা শুনি বিভিষণে লঙ্কালৈ প্ৰত্যাগমন কৰিলে। তেওঁ প্ৰতি দিন ৰঙ্গনাথ দৰ্শনৰ কাৰণে উগ্ৰ বেগী ৰথেৰে আহি দৰ্শন কৰি যায়হি। এদিন সেই মূৰ্ত্তিকলৈ এজন ব্ৰাহ্মণৰ লগত বিভিষণৰ তৰ্কৰ সৃষ্টি হয় আৰু বিভিষণক মৃত্যু দণ্ড দিবলৈ ব্ৰাহ্মণ উদ্যত হয় কিন্তু প্ৰভু ৰামৰ পূৰ্ব্ব বাক্যমতে যে বিভিষণে কল্লান্তৰ পৰ্য্যন্ত অমৰত্ব লাভ কৰা আছে, তেওঁৰ মৃত্যু হয় ক'ত। বিভিষণ যেতিয়া নমৰা যেন দেখিলে

শ্ৰীৰঙ্গম মূৰ্ত্তি বিবৰণ
—০—
মাদ্ৰাজ

শ্ৰীৰঙ্গম মন্দিৰৰ বিবৰণ

৬—

তেতিয়া উপায় নেপাই ভুমিৰ তলত সুৰঙ্গৰ ভিতৰত বন্দি কৰি সুমুৱাই ৰাখি থলে।

দেৱৰ্ষি নাৰদে ভগৱান শ্ৰীৰামচন্দ্ৰক এই সম্বাদ অযোধ্যাত জনাই দিয়াত, ভক্তৰ এনে দুৰ্দ্দশা শুনি ভক্ত বৎসল ৰামচন্দ্ৰ ৰথত উঠি মূহুৰ্ত্তে সেই স্থান পাই ব্ৰাহ্মণৰ সাক্ষাত হলহি। তেতিয়া বিভিষণৰ কথা প্ৰভুৰ আগত ব্ৰাহ্মণে বিবৰি কয়। বিভিষণ ৰাক্ষসৰ এই বিগ্ৰহত কি অধিকাৰ আছে বুলি দণ্ড বিধান কৰিবলৈ প্ৰাৰ্থনা জনায় আৰু তৎকালেই বিভিষণক আনি প্ৰভুৰ আগত উপস্থিত কৰেহি।

তেতিয়া ভক্ত বৎসল ভগবান প্ৰভু শ্ৰীৰামচন্দ্ৰই এনেদৰে কবলৈ ধৰিলে যে—সেৱকে যদি অপৰাধ কৰে নিশ্চয় স্বামীৰ ওপৰত সেই দোষ ন্যস্ত হয়। গতিকে এওঁ মোৰ ভক্ত। সেই হেতু আপুনি এই শ্ৰীৰঙ্গ মূৰ্ত্তিৰ জনক ত্যাগ কৰি মোক দণ্ড দিয়ক।

বিবৰণ প্ৰভুৰ এই ভক্ত বাৎসল্যতাত ব্ৰাহ্মণ দ্ৰাৱিত হল, আৰু বিভিষণৰ ওপৰত খং ভাব এৰি দিলে। তেতিয়াৰে পৰা অলক্ষিত ৰূপে শ্ৰীৰঙ্গ মূৰ্ত্তি বিভিষণে দৰ্শন কৰি যায়হি। এই কথা শ্ৰীশঙ্কৰ আপ্পে-জীৰ পৰা শুনা গৈছিল আৰু তাৰ লোকৰ মুখেও প্ৰকাশ।

পূৱা কাবেৰী নদীত গা-পা ধূই পুনৰ যাত্ৰা কৰা হয়। কিছুদুৰ আহি এখন এৰে নামৰ নদী পোৱা যায়। নদীৰ

কুম্ভকৰ্ণ মন্দিৰ দৰ্শন

বালিতে খোৱা মেলা কৰি পুনৰ গাড়ী মাদ্ৰাজৰ গৰ্ভতেই চলিব ধৰে। কিছুদূৰ আহি কুম্ভকৰ্ণ নামৰ মন্দিৰ পোৱা হয়। প্ৰবাদ আছে যে কুম্ভকৰ্ণক ইয়াতেই শ্ৰীৰামচন্দ্ৰে শৰ নিক্ষেপ কৰি বধ কৰিছিল বাবে এই মন্দিৰৰ নাম "কুম্ভকৰ্ণ" নামে প্ৰখ্যাত হয়। সেই মন্দিৰত ৰামচন্দ্ৰ মূৰ্ত্তিও স্থাপিত আছে। তাৰ বাদেও অসংখ্য মন্দিৰ পোৱা গৈছিল যদিও সময়ৰ নাটনিত সকলো মন্দিৰত সোমাব পৰা নহৈছিল। তাৰ পৰা আহি শ্ৰীদম্বৰম নামৰ এখন ঠাইত সোমোৱাহি হয়। তাতো এটা সুন্দৰ মন্দিৰ আছে। নাম লক্ষ্মীনাৰায়ণ।

মাদ্ৰাজ শ্ৰীদম্বৰম্ লক্ষ্মীনাৰায়ণ মন্দিৰ।

নানান মূৰ্ত্তিয়ে সেই মন্দিৰত শোভা কৰি আছে। নানান তৰহৰ মাৰ্ব্বল পাথৰৰ দিব্য মূৰ্ত্তিয়ে মন্দিৰৰ সৌন্দৰ্য্যত দুগুণে ইন্ধন যোগাইছে। বিশেষকৈ মাৰোৱাৰী সকলৰ দ্বাৰা সেই মন্দিৰৰ শোভা বিশেষ উজ্জ্বল হৈছে।

মাদ্ৰাজ পণ্ডিচেৰী

সেই মন্দিৰত চৰকাৰৰ বিশেষ তত্ত্বাৱধান আছে। যাত্ৰী সকল মন্দিৰত যাব লগা হলে একোটা টিকত লব লাগে। সেই টকা চৰকাৰৰ পুঁজিত জমা হয়। তাৰ পৰা আহি পণ্ডিচেৰী নামৰ সাগৰৰ পাৰৰ এখন ঠাইত ৰাতি ১১বজাত থকাহি হয়। সেইদিনা তাৰিখ আছিল ২৮।১২।৬৯। ওচ-

ৰতে গান্ধী আশ্ৰম এখন আছে। সেই সাগৰৰ দাঁতিতে বহু যাত্ৰী তাত থকা দেখা পোৱা গৈছিল। বিশেষকৈ যুৱতী মহিলাৰ সংখ্যাই অধিক।

পুৱা ২৯।১২।৬৯ তাৰিখে পুখুৰী এটাৰ কাষতে খোৱা মেলাৰ ব্যৱস্থা কৰা হয়। তেতিয়া ৭-৩৫ মিনিত গৈছিল। ভাষা এই স্থানত বহু বিধৰ পোৱা যায়। তামিল, হিন্দী, বিহাৰী, মালয়ালম আদি নানান। মানুহবিলাকৰ চেহেৰা পাতি অসুন্দৰ টঙালী মৰা। ধুতি পিন্ধাৰ ব্যৱস্থা কম। গা-পা ধোৱাৰ কোনো ব্যৱস্থা নাই। খাই লৈ জীৱন নিৰ্ব্বাহ কৰাই তেওঁলোকৰ ঘাই উদ্দেশ্য। শিক্ষাৰ ফালে একেবাৰেই পিঠি দিয়া। স্কুল আদি শিক্ষানুষ্ঠান প্ৰায়েই চকুত পৰা নাছিল। সাগৰৰ কাষত তেনেই বালিতে কিছু-লোকে জীৱন যাপন কৰি কাল কটাইছে। নাৰিকল, তাল, খেজুৰী, কেতেকী ফুল, আদি গছৰ বাহিৰে আন উদ্ভিদ একো-ৱেই দেখা নগল। ঘৰ-বাৰীৰ অৱস্থা কাহিল। মাজে মাজে ধান ৰোৱা দেখা গৈছিল যদিও চেহেৰা সমূলি নাছিল। তাৰোপৰি গুৰিত ধান ৰোৱাৰ পৰা ধান কটালৈকে পানী থাকিবই লাগিব। কঠিয়া পৰাৰ পৰা ধান কটালৈকে মুঠ ৯০ দিনৰ আৱশ্যক। বিশেষকৈ এই ঠাই গৰম। পুহ মাহতো সাধাৰণ এখন পাতল চেলেং গাত পেলায়ো থাকিব পৰা হৈছিল।

লোক সমাজৰ ৰং কৃষ্ণ বৰ্ণ। খোৱা লোৱা তাতে সাং কৰি ১২ বজাত তাৰ পৰা পৱন গতিত গাড়ী এৰি

দিয়া হয়। আহি আহি পঞ্জপুৰ নগৰ পোৱাহি হয়। তাতেই খোৱা সজুলি কিনি মেলি লৈ গাড়ী এৰি দিয়া হয়। গধূলী ৬বজাত পক্ষীতীৰ্থৰ নিকতাবৰ্ত্তী একস্থানত থকাহি হয়। আলিৰ কাষতে গাড়ী ৰাখি এজোপা ডাঙৰ গছৰ তলতে ৰাতি থকা হৈছিল।

মাদ্ৰাজ মহাবল্লি পুৰম।

৩০।১২।৬৯ পুৱা স্নান কৰি পক্ষীতীৰ্থ দৰ্শনৰ কাৰণে যোৱা হয়। তাত স্থলশয়নম্ মন্দিৰ, দেৱী মন্দিৰ, শিৱ মন্দিৰ, কাৰ্ত্তিক মন্দিৰ, ব্ৰহ্মা মন্দিৰ, আদি দৰ্শন কৰা হয়। ইয়াতেই প্ৰায় ৯টা বাজে। উক্ত স্থানৰ জনসমাজ নানান জাতীয়। সভ্যতাৰ প্ৰায়েই দুখীয়া। চাফ্ স্নিগ্ধতাও বহুত কম। অৱস্থাও সুবিধাজনক নহয়। এটা পয়চাৰ কাৰণে দুই ফাৰ্লং ৰাস্তা যোৱাটো তেওঁলোকৰ পক্ষে অতি সহজ। তিৰুতাবোৰ বৰ চতুৰ আৰু বাক্ পটু চঞ্চলা। মুনিহবিলাকে প্ৰায় লাংটি ব্যৱহাৰ কৰে। শৰীৰৰ বৰণ কেটোৰমণি ক'লা। সমিপত ৰলে শৰীৰৰ পৰা দুৰ্গন্ধ পাই। খাই এৰা অৱশিষ্ট বিলাক বুটলি খোৱা এজাতী লোক পোৱা গৈছিল। ভাষা তামিল।

পক্ষীতীৰ্থ স্থলশয়ণ মন্দিৰ দৰ্শন।

তাৰ পৰা গৈ পক্ষীতীৰ্থ পোৱা যায়। ধনুস্কোটিৰ পৰা মাদ্ৰাজলৈ ৭৫মাইল দূৰ হয়। সেই ষ্টেচনৰ নাম চেঙ্গলপট ষ্টেচন। চেঙ্গলপট মাদ্ৰাজ প্ৰদেশৰ এখন

**মাদ্ৰাজ সীমা চেঙ্গলপট নগৰ ও পক্ষীতীৰ্থ**

সুন্দৰ নগৰ। এই ষ্টেচনৰ ওচৰতে এটা ডাক বঙলা আছে। যাত্ৰীসকল থকা মেলাৰ সুবিধা আছে। চেঙ্গলপট নগৰৰ পৰা পক্ষীতীৰ্থলৈ প্ৰায় ৭ মাইল দূৰ।

মাদ্ৰাজৰ পৰা চেঙ্গলপট্ট নগৰলৈ বাচ মটৰ চলা-চল কৰে। তাৰ পৰা পক্ষীতীৰ্থলৈ বাচত যাব পৰা সুবিধা আছে। এই তীৰ্থ বেদগিৰি নামৰ পৰ্ব্বতৰ ওপৰত অৱস্থিত। পৰ্ব্বতৰ তলত এখন বজাৰ বহে, বজাৰ খনৰ নাম পক্ষীতীৰ্থ বজাৰ। ইয়াত যাত্ৰী থাকিব পৰা ধৰ্ম্মশালা গৃহ আছে। বজাৰৰ কাষত এখন সঙ্গতীৰ্থ নামৰ সৰোবৰ আছে। ওচৰতে এটা প্ৰকাণ্ড মন্দিৰ ইয়াক ৰূদ্ৰ কোটি ক্ষেত্ৰও বোলে। উপাস্য দেৱতা শিৱ।

বেদগিৰী পৰ্ব্বতৰ পৰাই সেই চৰাইবিলাক মন্দিৰত পৰি যাত্ৰীসকলৰ হাতে আহাৰ ভক্ষণ কৰেহি। বহুত চৰাই আহি একেলগে পৰা দেখা গৈছিল। চৰাইবিলাকে যাত্ৰীসকললৈ সমূলি ভয় কৰা নাছিল। পৰ্ব্বতৰ সমতল অংশত এটা প্ৰকাণ্ড শিল অথচ ধুনীয়া ভাবে পৰি থকা দেখা গৈছিল। তাৰ কাষতে এটা কুণ্ড আছে। তাক গৃধ তীৰ্থ বোলে। তাৰ পূজাৰীজন প্ৰায় ১২ বজা মানতহে আহে। তালৈ কাউৰী পক্ষী আহে আৰু পূজাৰীৰ হাতে আহাৰ পানা খায় গুছি যায়। এই কাউৰীবিলাক বগা। এনে কাউৰী উত্তৰ ভাৰতৰ ৰাজস্থানত প্ৰায় দেখা পোৱা যায়।

**মহাবল্লীপুৰ মন্দিৰৰ বিৱৰণ মাদ্ৰাজ**

পক্ষী তীৰ্থৰ পৰা কিছু মাইল দূৰত সাগৰৰ কাষত মহাবল্লপুীৰম মন্দিৰ পোৱা যায়। এই স্থান প্ৰসিদ্ধ। এই মন্দিৰত মাৰ্ব্বল পাথৰৰ কাম কৰা আছে। নানান মূৰ্ত্তি কাতি ৰঞ্জিত কৰি থোৱা আছে। ওচৰতে এটা ধৰ্ম্মশালা। দূৰ্গাদেৱী আদি নানা মূৰ্ত্তি দেখিবলৈ পোৱা যায়। ইয়াৰ ওচৰতে এখন চাৰে চাৰি ফুট উচ্চ শিৱলিঙ্গ পোৱা যায়। ইয়াৰ সমুখত এটা প্ৰকাণ্ড বৃষভ নিৰ্ম্মাণ কৰা আছে। ইয়াৰ আশে পাশে অন্যান্য মন্দিৰ বহুতো। মন্দিৰ আৰু মূৰ্ত্তি মাদ্ৰাজতেই বেছি বুলি কব পাৰি। মাৰ্ব্বল আৰু শিলৰ কামেই অধিক।

**লক্ষ্মী নাৰায়ণ মন্দিৰ**

পক্ষীতীৰ্থ আৰু মহাবল্লীপুৰম মন্দিৰৰ পৰা আহি এখন ডাঙৰ নদীৰ কাষত এটা ওখ পৰ্ব্বত পোৱাহি হয়। তাৰ ওপৰত এটা বিৰাট কায়ৰ শিলৰ মন্দিৰ আছে। মন্দিৰৰ বিগ্ৰহৰ নাম লক্ষীনাৰায়ণ স্বামী। বেচ্ পৰিপাতি, ওপৰলৈ উঠিব পৰা ডাঙৰ ডাঙৰ শিলৰ খাপবোৰ। মন্দিৰৰ কাষতে এটি ধুনীয়া পাৰ বন্ধা শিলৰ পুস্কৰ। ওপৰৰ পৰা চালে বহুত তলত নদীখন দেখা পোৱা যায়। নদীখনৰ নাম পেন্নাৰ নামে জনাজাত। নীলগিৰি পৰ্ব্বতৰ মাজেদি উক্ত নদী প্ৰবাহিত হৈ আহিছে। তাৰ পৰা অগ্ৰগতিৰে মাদ্ৰাজৰ মাজেদি যানখন যাব ধৰে। কিছু

**কাঞ্চিপুৰম্** পথ অতিক্ৰম কৰি আহি এখন সাধাৰণ নগৰ পোৱাহি হয়। নাম "কাঞ্চিপুৰম্"। ইয়াতো বহুত মন্দিৰ আছে। তাৰ ভিতৰত ভক্তবৎসল, মহাদেৱ, বালা ত্ৰিপুৰা সুন্দৰী, কামাখ্যা মন্দিৰ, দেৱীৰ নাভি স্থান, (পীঠ) কচ্চপেশ্চৰ শিৱমন্দিৰ, অম্ৰেশ্বৰ শিৱ-লিঙ্গ বিষ্ণু কাঞ্চি, নৰসিংহ লক্ষী বিষ্ণু আদি

**মাদ্ৰাজ আম্ৰেশ্বৰ মন্দিৰ কাঞ্চিপুৰ** নানান তৰহৰ শিলৰ মূৰ্ত্তি আৰু ধাতু মূৰ্ত্তি আছে। আম্ৰেশ্বৰ মন্দিৰত এজোপা বিৰাট আকাৰৰ আম গছ মন্দিৰৰ মাজতে অৱস্থিত। প্ৰবাদ বৰ্ত্তমানলৈকে গছজোপাৰ আয়ুস ৩৫০০ বছৰ হৈছে বুলি নিৰ্ণয় কৰে।

যি অপুত্ৰক সেই সকলে ভোগ বা নৈবেদ্য দি বৃক্ষ জোপাত গণ্ঠিবন্ধন কৰি কামনা কৰিলে অপুত্ৰকৰ পুত্ৰ সম্প্ৰাপ্তি প্ৰাপ্ত হয় বুলি জানিব পৰা গৈছিল। বছেৰেকৰ ভিতৰত আমজোপাত চাৰিবাৰ গুটি লাগে। কিন্তু গছ-জোপা দেখিলে ভক্তি নাহি নোৱাৰে। উক্ত বৃক্ষত যাত্ৰী সকলে ভক্তি সহকাৰে প্ৰদক্ষিণ কৰা প্ৰথা আছে। সেৱা সংকাৰ কৰি ৬-৩০ বজাত নগৰৰ অতিথিশালাত ৰাতি কটোৱা হয়।

সেই দিনা ৩১।১২।৬৯ তাং পুৱা তিৰোপতি অভি-মুখে যোৱাৰ যো-জা কৰা হয়। ইয়াৰ পৰা তিৰোপতিলৈ

আৰু ৬৭ মাইল বাকী আছিল। তেতিয়া সময় ১২ টা হওঁ হওঁ। এই কাঞ্চিপুৰত ভাষা তামিলেই চলিত পোৱা হয়। কোনো কোনো স্থানত হিন্দীও কব পাৰিছিল। বাসিন্দাসকলৰ চলিত অৱস্থা বৰ কাহিল। নগৰখন লেতেৰা। বস্তুৰ মূল্য বৰ বেচি। খৰিৰ মোনে কুৰি টকাকৈ বিক্ৰি হয়। প্ৰায় ঘৰ বিলাক খাপৰী ইটাৰ নিৰ্ম্মাণ। সেই মন্দিৰ সমূহত যাত্ৰীক প্ৰসাদ দিয়াৰ প্ৰথা সমূলি নাই। ইয়াতো ৰেলৰ যোগে চলিব পৰা সুবিধা আছে। ইয়াৰ পৰা ৰামেশ্বৰ সেতুবন্ধ আৰু কন্যাকুমাৰীলৈ যাব পাৰি। ক্ৰমশ: আহি আহি বালসুব্ৰমণিয়ম মন্দিৰ পোৱাহি হয়। মন্দিৰ পাহাৰৰ ওপৰত। যাত্ৰীসকলক সোমোৱা বাটে গৈ পুনৰ সেই বাটেই আহিবলৈ নিদিয়ে। বেলেগ বাটেদি যাত্ৰীসকল আহিব লগা হয়। ইত্যাদি বহুত নীতি নিয়ম সেই মন্দিৰত পোৱা গৈছিল। তাৰ পৰা আহি সন্ধ্যা ৬ বজাত অন্ধ্ৰ প্ৰদেশত সোমোৱাহি হয়। থকা স্থানৰ বন্ধবস্ত কৰি পদ্মাৱতী মন্দিৰ দৰ্শন কৰা হয়। একে লগেই কৃষ্ণস্বামী মন্দিৰ আৰু সুন্দৰ ৰাজ মন্দিৰত বিগ্ৰহ দৰ্শন কৰা হয়। ধৰম শালাত ৰাতি থকা হৈছিল।

**কাঞ্চিপুৰ**

**বালসুব্ৰমণিয়ম মন্দিৰ**

**অন্ধ্ৰ প্ৰদেশ**

---

## "নতুন বছৰ" আৰম্ভ ১৯৭০ চন

১ জানুৱাৰী বৃহস্পতিবাৰ।

—অন্ধ্ৰ প্ৰদেশ—

সেই দিনা ইংৰাজী নতুনবৰ্ষ আৰম্ভ! পুৱা সোনকালে উলহ মালহ কৰা হয় ত্ৰিৰোপতি দৰ্শনৰ **পদ্মাৱতী তীৰ্থ** বাবে। ইয়াৰ পৰা মন্দিৰলৈ ১৪ মাইল দূৰ **অন্ধ্ৰ প্ৰদেশ** আছিল। আঁঠ বজাতেই গাড়ী এৰা হয় লক্ষীৰামানুজ আৰু নাৰায়ণ মন্দিৰ দৰ্শননাথে ত্ৰিৰোপতিলৈ যাব ধৰে। বাট পহলিবিলাক কিছু ঠেক। সেই কাৰণে গাড়ী নগৰতে ৰাখি এখন ভাড়া মটৰ গাড়ীৰে কেৱল ৬ জনমানলোকহে যোৱা হয়। তেতিয়া ১১-৩০ মিনিত অতিবাহিত হয়। আবেলি পাছ বজাত আহি আহি চিতোৰ দুৰ্গ পোৱা হয়! বাট তাতেই ভুলহৈ অন্য পথ অবলম্বণ কৰি ওলোটা গতিত পুনৰ আহি চিতোৰ দুৰ্গ এৰি বাঙ্গালোৰ পোৱাহি হয়। তেতিয়া ৰাতি ১২ বাজে। গাড়ী তাতেই ৰাখি ৰজনী যাপন কৰা হয়।

২।১।৭০ তাৰিখে খোৱা মেলা কৰি ১০ বজাত আমি কোলাৰ নগৰ পালোহি। এই বাঙ্গালোৰ মহীশূৰৰ ৰাজধানী। পূৰ্ব্বে বৃটিছৰ এই স্থান ঘাই কেন্দ্ৰ আছিল। **বাঙ্গালোৰ** মাদ্ৰাজৰো ই প্ৰসিদ্ধ নগৰ। মাদ্ৰাজ হাই-দৰাবাদ, ইৰোত, মহীশূৰৰ পৰা ৰেল বাঙ্গালোৰলৈ আহে। এই নগৰ বহুত ডাঙৰ। নগৰত

অনেক মন্দিৰ আছে। শঙ্কৰাচাৰ্য্য নামে এটা মঠ্ আছে। ইয়াৰ বাজেও শ্ৰীশ্ৰীসত্যনাৰায়ণ মন্দিৰ চমৎকাৰ পূৰ্ণ। ইয়াৰ পৰা কিছু দূৰত শিৱমন্দিৰ এটা পেৱা যায়। পূৰ্ব্বে ইয়াত প্ৰতিস্থা কৰা পঞ্চম জৰ্জ্জ আৰু মহাৰাণী ভিক্টোৰিয়া পাথৰৰ নিৰ্ম্মাণ প্ৰতিমূৰ্ত্তি নিখুট ভাবে

**গান্ধী ৰোড্** সজাই ৰখা দেখা যায়। এখন ফুলনিৰ মাজত

**বাঙ্গালোৰ** স্তম্ভৰ ওপৰত মহাত্মাগান্ধীৰ প্ৰতিমূৰ্ত্তি বগা মাৰ্ব্বলেৰে তৈয়াৰ কৰি চালে চকুৰোৱা ভাবে ৰাস্তাৰ কাষতে সজাই ৰাখিছে। তাৰ কাষতে মূল ৰাস্তা। সেই পথেই মূল নগৰ ওলাবগৈ পাৰি। নাম গান্ধীৰোড্ ৰাস্তা বহুত আহল বহল। গাড়ী, ৰিক্সা, গৰু-গাড়ী, ঘোৰা-গাড়ী আদি যান বাহন ভাগে ভাগে যাব পৰা সুন্দৰ ব্যৱস্থা আছে। দুয়োকাষে সুন্দৰ মনোমোহা ফুলনিৰ দ্বাৰা মনোমুগ্ধ দৃশ্য সজোৱা আছে! চফ্ চিকুণ-তাৰ অভাৱ নাই! ইয়াৰ চাৰিওফালে সুন্দৰ পৰিবেষ চাই চিতি তাৰ পৰা ৫২ মাইল আহি

**গৈলান্** গৈলান্ বোলা স্থানত ৰাতি থকাৰ সুবিধা লোৱা হয়। সেই ঠাই চিতোৰ জিলাৰ অন্তৰ্গত আৰু চাফ, চিকুণতা সিমান উল্লেখযুগ্য নাছিল। কিন্তু পাহাৰ, বিল, নদী, আদিৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ নাটনি সমূলি নাই। ইয়াৰ ভাষা কানাড়া।

পাছদিনা গৈলানৰ পৰা ২৩ মাইল ৰাস্তা গৈ পাহাৰৰ দাঁতিত এখন নদী পাই তাতে স্নান কৰা হয়। তাতে

এখন ফাৰ্ম্ম পাই ভাত খোৱাৰ ব্যৱস্থা কৰা হৈছিল। খাই বৈ আহি হৰিহৰ নামে এটি মন্দিৰ পোৱা হয়। ক্ৰমান্বয়ে দেৱানগেৰে তুঙ্গ ভদ্ৰা নদী, ৰাণা, বেৰা, হাবেৰী অতিক্ৰম কৰি হুগলী নগৰৰ কাষতে থকাহি হয়।

৪।১।৭০ আমাৰ লক্ষ্য পুনালৈ যোৱা। তেতিয়াও পুনালৈ ৪৭৪ কিলো মিঃ বাকী আছিল। পুনা পথে যাত্ৰা কৰা যায়। পাহাৰৰ ওপৰত বেলগ্ৰাম্ নামৰ এডোখৰ উন্নতিশীল স্থান পোৱা যায়। তাত প্ৰথমেই নানান ফল ফুলেৰে জাতিষ্কাৰ উদ্যান পোৱা হয় ওচৰতে এখন বৰ্ডত লিখা আছে নাম "তিলক্ উদ্যান"।

**বেলগ্ৰামৰ তিলক্ উদ্যান**

তাৰ পৰা আহি এটা পুলিচ পোষ্ট পোৱাহি হয়। তাত গাড়ী বিলাক চেকিং কৰে। জিলা বেলেগ হোৱাৰ বাবে প্ৰতিস্থান সমূহৰ সীমা বিলাকত এনেদৰে পৰীক্ষা কৰা দেখা গৈছিল। পুনাৰ সীমা পৰাৰ বাবেই কৰ্ম্মচাৰী সকলে এনে কৰিবলৈ বাধ্য হৈছিল। তেতিয়া সন্ধিয়া ৬ বাজে। অলপ দূৰ আহি এখন নগৰ পোৱাহি হয়। নগৰ সোমায় বৰ ভালেই লাগিছিল। আয়তন প্ৰায় ৬ মাইল হব।

**মহাৰাষ্ট্ৰ কোহ্লাপুৰ**

তাত থকা অধিবাসী দোকানী বজাৰি মুনিহ, তিৰুতা বিলাক বৰ ধুনীয়া আৰু আচৰণত অতি ভদ্ৰ। লক্ষ্মী মন্দিৰ

নগৰৰ কাষতে বহুত যাত্ৰীৰ সমাবেশ হয়।

**লক্ষ্মী নাৰায়ণ মন্দিৰ দৰ্শন**

নগৰখনত সোমাই অসম অসম যেন লাগিছিল। নগৰৰ নাম কোলাপুৰ। বহুত ডাঙৰ দোকান দেখা গল। সেই ঠাইতে ভাল খেতি হয়। কৃষিত সকলোৱেই আগবঢ়া। নাম ফলিবিলাক হিন্দীৰ আখৰেৰেই লিখা। ভাষা মাৰাথি আৰু হিন্দী।

সেইদিনা নগৰৰ নিকতৱৰ্ত্তি কৃষ্ণা নদীৰ কাষতে থকাৰ ব্যৱস্থা কৰা হয়। লক্ষ্মী মন্দিৰত তিৰুতাসকলৰ প্ৰতিপত্তি বহুগুণে বেছি। মুনিহসকলৰ ক্ষমতা প্ৰায়েই কম। তিৰুতাসকলৰ ভিতৰতে সকলো কৰ্ম্মচাৰী নিযুক্ত। মন্দিৰ বৰ চমৎকাৰ। শিল আৰু মাৰ্ব্বলেৰে নিৰ্ম্মাণ কৰা অতি সৌন্দৰ্য্যপূৰ্ণ।

**মহাৰাষ্ট্ৰ পুণা অভিমুখে ৰাৱনা**

৫।১।৭০ পাছদিনা আগবেলাতে পুণা অভিমুখে ৰাৱনা কৰা হয়। তেতিয়াও পুণালৈ ১২০ মাইল বাকী আছিল। নিয়মিত গতিত পুণা অভিমুখে গাড়ী চলিব ধৰে। পথ বৰ একাবেকা পাহাৰ পথেই বিশেষ। পাহাৰৰ উচ্চ শিখৰত যেতিয়া গাড়ী উঠি পৰিছিল সমভূমি অঞ্চল এখন অতি ক্ষুদ্ৰ বুলি পৰিগণিত

**পাহাৰৰ সুৰঙ্গ**

হৈছিল। পাহাৰ পথে আহোঁতে এটা সুৰঙ্গৰ ভলেদি গাড়ী আহিব লগা হয়। ওপৰে আকাশলঙ্ঘা পাহাৰ। আহি থকা অৱস্থাত সেই দিনা মালগাড়ীৰ দুৰ্ঘটনা আঠ ঠাইত দেখা পোৱা যায়। প্ৰথমেই এটা

ৰাতি আহি আপ্তেজী নিজ ভৱন পাইহি। তেখেতে থকা মেলাৰ টম্বু চালি আদি ব্যৱস্থা কৰি দিয়ে।

## বিশেষ মন কৰিব লগা

পুণা চহৰ অতি মনোৰম স্থান। জনসমাজ সিমান ডাঠ নহলেও কমো নহয়। নানান আধুনিক সাজেৰে সজোৱা পকা ঘৰবোৰ প্ৰায় ঘৰৰ আগতে একোখন ধুনীয়া ফুলনিবাৰী ফুলেৰে ৰমক-জমক। জন সমাজৰ চেহেৰাপাতি চলন-ফুৰণ আৰু ছোৱালীৰ আচৰণ দেখা পাই মনত অত্যাধিক আনন্দ লাগিছিল। তাত হৰেক ৰকম ফল মূল পোৱা হয়। আপেল জাহাজী কল বগৰী আমৰুল (অৰ্থাৎ মধুৰী আম) নাছপতি বিলাহী অভ্যুদয়। আপেলৰ কিলো ১.৫০ আৰু শকত বিলাক ২.৫০ পইছা হিচাবে বিক্ৰী কৰে। জাহাজী কল টকাত ১৬টা বগৰীৰ কেজি .৩০ পঃ আৰু বিলাহী .১৫ পইছাকৈ পোৱা হয়। সেই দিনাও পুণা নগৰতে থকা হল।

**সংক্ষীপ্ত পৰিচয় ৬।১।৭০**

৭।১।৭০ তাৰিখ। পুৱা নাম ভাগৱত সমাপণ কৰি শ্ৰীশঙ্কৰ আপ্তেজীৰ সীধা গ্ৰহণ কৰা হয়। সেই দিনা আপ্তেজীৰ মাক বায়েক আৰু ভাগিনি আদিয়ে প্ৰভুক দৰ্শন কৰে আৰু পুৱা ৯ বজাত শ্ৰীশঙ্কৰ আপ্তেজীয়ে

শ্ৰীশঙ্কৰ আপ্তেৰ প্ৰভুৰ ওচৰত শৰণ ভজন গ্ৰহণ কৰে।

শৰণ গ্ৰহণ মহাৰাষ্ট্ৰ

কাৰ্য্যৰ অন্তত খোৱা লোৱা কৰি বিদায় বেলাত আপ্তেজীয়ে ৫১৲ টকা আৰু এধাৰি মালা দি প্ৰভুক বিদায় দিয়ে। শৰণ গ্ৰহণ কৰোঁতে প্ৰভুক ১০১৲ টকা আৰু এটা পাতৰ সাঁজ দি মন্ত্ৰ গ্ৰহণ কৰিছিল। বৈষ্ণৱ সকলক যথা সাধ্য দক্ষিণা দি শোকাশ্ৰু বাহিৰ কৰিছিল।

পথত খাবৰ কাৰণ দুটা টুকুৰীত নানান ফল মুল গাড়ীত জমা দিছিল। আচৰণে ভ্ৰমণ কালত সকলোৰে অন্তৰত এটা শ্ৰীশঙ্কৰ আপ্তেজীয়ে ভাল পোৱাৰ নিদৰ্শন স্বৰূপে সাঁচ বহুৱাই। তেখেতৰ উৎকণ্ঠা প্ৰাণৰ শ্ৰুতি মধুৰ ভাষণেৰে সহ যাত্ৰী সকলৰ বিষাদৰ শোকাশ্ৰু বহিৰ্গত কৰা-বলৈ অবাধেই বাধ্য কৰাইছিল।

## আপ্তেজীৰ পৰিচয়

এখেতৰ জন্মভূমি মহাৰাষ্ট্ৰ প্ৰদেশৰ পুণা নগৰত। সগৰ্ভা ককাই বা ভাই তেখেতৰ নাছিল। যথেষ্ট ধনী পৰিয়ালৰ সন্তান। তেখেতৰ মাতৃ, বায়েক আৰু ভাগিন লৰা এটিক লৈ সংসাৰখন পাতি আছে। তেখেতৰ বিবাহ হোৱা নাছিল। উদাস ভাবেই জীৱন অতি-বাহিত কৰে। সৰু কালৰ পৰা তেখেত ব্ৰহ্ম চৰ্য্য সাধনত ব্ৰতি হৈ শিক্ষা আহৰণ কৰে। শিক্ষা সাং কৰি নিজে এটা ছাপাখানা খুলি এখন কাকত প্ৰকাশ কৰে। কাকতখন মহা-

বিশ্বহিন্দু পৰিষদ গঠন আৰু দেহ অৰ্পণ

ৰাষ্ট্ৰৰ বাজেও নানা প্ৰদেশত প্ৰচাৰ হয়। বিদেশী বিজাতীয় অৰ্থাৎ যি খৃষ্টিয়ান মিচনেৰী সোমাই হিন্দু সকলক খৃষ্টধৰ্ম্মলৈ ধৰ্ম্মান্তৰ কৰাবলৈ ধৰে। ইয়াকে দেখি তেখেতে হিন্দুৰ অস্তিত্ব কেনেকৈ ৰয়, এই হিন্দুৰ নামত ভাবি নিজেই গুৰি বথা ধৰি সিন্ধু সাগৰৰ যথা সম্পত্তি পাৰত বিশ্বহিন্দু পৰিষদৰ সৃষ্টি কৰে। লগে দান লগে পৰিষদ পৰিপুষ্ট সবল হয়। নিজৰ যথা সম্পত্তি মাটি বৃত্তি আৰু সেই ছপাখানা বিশ্ব হিন্দু পৰিষদৰ নামত দান দিয়ে।

তাৰ বাজেও বেঙ্কত যি কিছুটকা-পইছা ৰাখিছিল। সেই সমস্তও পৰিষদৰ নামত অৰ্পণ কৰে। ক্ৰমশঃ পৰিষদে বিৰাট আকাৰ লয় আৰু পূজি টনকিয়াল সেৱাসঙ্ঘ গঠন হৈ উঠে। পৰ্ব্বতে ভৈয়ামে পিচপৰা অঞ্চলত খৃষ্টিয়ান মিচনেৰীৰ আশে পাশে হৰিমন্দিৰ, সেৱা সঙ্ঘ, গৃহ, স্কুল আদি স্থাপন কৰি আচাৰ্য্য সকলক আনি সনাতন পবিত্ৰ হিন্দু ধৰ্ম্মত লোক সকল দীক্ষিত কৰাই আৰু সেৱা সঙ্ঘত শিক্ষিত যুৱকসকল নিযুক্ত কৰি দলে দলে গাৱেঁ ভূঞে নগৰে চহৰে হিন্দুৰ ঐতিহ্য বিস্তাৰ কৰে। দক্ষিনাট্য আৰু অন্য প্ৰদেশত বিস্তাৰ কৰি অসমৰ গুৱাহাটীত প্ৰথম আৰম্ভ কৰেহি। অসমত সেই মহাসভালৈ শ্ৰীমৎ শঙ্কৰাচাৰ্য্য আহি হিন্দু বিশ্বহিন্দু পৰিষদ মহা সমূদ্ৰৰ প্ৰাকৃতিক শোভাত অত্যাধিক শোভা বৃদ্ধি কৰেহি। সেইজনা মহাপুৰুষেই

গো হত্যা আন্দোলনত ৭২ দিন অন্নযণ ব্ৰত গ্ৰহণ কৰে তেখেতৰ ঘৰ গুজৰাট প্ৰদেশৰ ডাকোৰত।

এই সভাত অসমবাসী হিন্দু মাত্ৰেই যোগ দান্ কৰে। অনেক সন্ত মহন্ত বিজ্ঞ সকল এই সভাত উপস্থিত হয়। ইয়াৰ বাজেও দক্ষিণপাট আউনীআটী, কুৰুৱা বাড়ী আৰু গড়মূৰ আদি মুখ্য হিন্দু সমাজৰ গুৰি ধৰোতা ধৰ্ম্মাধিকাৰ গুৰুসকল উপস্থিত আছিল। অসম শাখাৰ বিশ্বহিন্দু সভাপতি পূজ্যপাদ শ্ৰীশ্ৰীআউনীআটীয় সত্ৰা- পৰিষদত ধিকাৰ প্ৰভু আছিল। উদ্বোধক প্ৰাতঃ সত্ৰাধিকাৰ স্মৰণীয় শ্ৰীশ্ৰীদক্ষিণপাটীয় সত্ৰাধিকাৰ প্ৰভু সকল স্বয়ং সেই সভাত উপস্থিত আছিল। অসম শাখাৰ সম্পাদক অধ্যক্ষ শ্ৰদ্ধেয় শ্ৰীতীৰ্থ নাথ শৰ্ম্মা ডাঙৰীয়াই সেই গুৰু ভাৰ গ্ৰহণ কৰিছিল। এই সভাতো শ্ৰীশঙ্কৰ আপ্তেজী স্বয়ং উপস্থিত হৈ সভা কাৰ্য্য নিখুট ভাবে সম্পাদন কৰে।

এনে দৰেই যোৰহাট নগৰটো গত ১৯৭০ চনত হৈ যোৰহাটত যায়। ইয়াতো অসমৰ ঠায়ে ঠায়ে যুৱকসকলক বিশ্বহিন্দু ৰাষ্ট্ৰ সেৱা সঙ্ঘৰ কৰ্ম্মী নিযুক্ত কৰি প্ৰশিক্ষণ পৰিষদ কেন্দ্ৰত শিক্ষাদান দিছিল। আৰু প্ৰশিক্ষণৰ পাছত পৰ্ব্বতে ভৈয়ামে নানান স্থানলৈ সেৱক কৰ্ম্মীবৃন্দক পঠায় ধৰ্ম্ম প্ৰচাৰ কৰে।

সেইজনেই এই শ্ৰীশঙ্কৰ আপ্তে। যোৰহাটলৈ অহা দক্ষিণপাট সত্ৰত কালত উডুপীৰ মধ্বাচাৰ্য্য শ্ৰীবিশ্বেশ্বৰ তীৰ্থ,

**আচায্য ও আপ্তেজী**

আপ্তেজী, মাধৱ ৰাও আদি আহি দক্ষিণপাট সত্ৰত এৰাতি থাকি যায়হি।

তেখেতৰ বৃদ্ধা মাতৃৰ পৰিচৰ্য্যাৰ বাবে বিধবা বায়েক আৰু ভাগিন লৰা এটি আশ্ৰমত অৰ্থাৎ তেখেতৰ বাসস্থানত

**আপ্তেৰ সংসাৰ**

ৰাখে। সেই ঘৰ বিশ্ব হিন্দু পৰিষদে দুমহল্ল কৰি সজাই দিয়ে। মাহিলি খোৱা খৰছ পৰিষদ পুজিয়ে বহন কৰে। তেখেতে কোনো বেতন পৰিষদৰ পৰা গ্ৰহণ নকৰে যদিও পৰিষদ পুঁজিৰ পৰাই এখন মটৰ গাড়ী আৰু খৰছ বহন কৰে।

দুপৰীয়া ১২ বজাত—আপ্তেৰ পৰা বিদায় লৈ বোম্বাইৰ

**মহাৰাষ্ট্ৰৰ ঔৰঙ্গাবাদ নগৰ।**

পথে ৰাওনা কৰা হল। বহু দূৰ গৈ আছোঁ। এটা পাহাৰৰ সমীপত আলিৰ পৰা খহি পৰি ভাগি থকা এখন ডাঙৰ ট্ৰাক পোৱা হল। তাৰ পৰা কেইখনমান বিতোপণ নগৰ পাৰহৈ ৰাতি ১১ বজাত ঔৰঙ্গাবাদ নগৰ পোৱাগৈ হয়। বাসিন্দা মুছলমান প্ৰধান যদিও হিন্দুও বহুত পোৱা

**বিশ্বহিন্দু সেৱা সঙ্ঘ স্কুল।**

যায়। এওঁলোকে অতিথি সৎকাৰ কৰি বৰ ভাল পাইছিল। লোকসকল সদ্ ভাৱাপন্ন আৰু শিক্ষিত। ৰাতি স্কুল এখনতে জিৰণি লোৱা হয়। এই স্কুল পৰিষদৰ দ্বাৰা স্থাপন। ইয়াত

বিনা মাচুলে ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা লাভ কৰিব পাবে। ঘৰ বেচ মনোমত পকা কৰা। সুবিধা বহুত আছে।

সেইদিনা ৮।১।৭০ তাৰিখ। সোনকালে আহাৰ কৰি ইলোৰাৰ মন্দিৰ দৰ্শনৰ বাবে যোৱা হৈছিল। তাৰ পৰা

**ইলোৰা দৰ্শন**

ইলোৰাৰ দূৰত্ব ১৬ মাইল। নগৰৰ পথবোৰ বৰ ঠেক। ইলোৰা পাই প্ৰাকৃতিক আৰু ঐতিহ্য পূৰ্ণ কৃষ্টি সমূহ চাই তৃপ্তি লভা যায়। তাত শিৱলিঙ্গ, গনেশ, বৃষভ আদি শিলেৰে নিৰ্ম্মাণ কৰা আছে। লিঙ্গ সয়ম্ভু বুলি জনা যায়। তাৰ বাজেও শিলত বহুত কাটি থোৱা দেৱ দেবীৰ মূৰ্ত্তি নিৰ্ম্মাণ কৰা আছে। সেয়ে পাহাৰৰ ওপৰত। নিৰ্ম্মিত মন্দিৰৰ শক তাৰিখ একো পোৱা নগল।

**গুজৰাট ও মহাৰাষ্ট্ৰ!**

ইয়াৰ বাসিন্দা হিন্দু। ভাষা হিন্দীয়েই প্ৰধান। পাহাৰৰ তলে তলে গুহা কাটি মানুহে বাস কৰা দেখা গৈছিল। পাহাৰবোৰ বেচ ওখ। ইয়াত মুঠ গুহা ৩৪ টা আছে। ভীক্ষু মূৰ্ত্তি কটা আছে। দেৱ, দানৱ, ব্ৰহ্মা, বিষ্ণু, দুৰ্গা লক্ষ্মী, সৰস্বতী, ইন্দ্ৰ, গণেশ, আদি বহুতো শিলতে কাটি থোৱা মূৰ্ত্তি দেখা যায়। ইয়াত কৈল্যাস নামৰ মন্দিৰেই প্ৰধান। কিন্তু বহুতো মূৰ্ত্তি ভগ্ন অৱস্থাত বিকলাঙ্গ দেখা হল।

তাৰ পৰা আহি অজন্তা গুহা দৰ্শনৰ বাবে চাৰি বজাত যাত্ৰা কৰা হয়। ৰাতি হোৱাত পূৰ্ণা নদীৰ পাৰত খোৱা লোৱা কৰি অজন্তাপুৰ হাইস্কুলত ৰাতি থকাহি হৈছিল।

৯।১।৭০—সেইদিনা পুৱা সাত বাজে। থকা ঠাইৰ পৰা অজন্তা পৰ্ব্বত পাবলৈ আৰু সাত মাইল বাকী। অস্নাত অৱস্থাৰেই যাত্ৰা কৰা হল— ৮ বজাৰ আগতে অজন্তা পৰ্ব্বত পোৱাগৈ হয়। কাষতে তাপ্তি নদীৰ শাখা স্বতি "বাঘূৰ" নামৰ নদীত স্নান কৰি অজন্তা গুহা চাবৰ বাবে যাত্ৰা কৰা হল। পাহাৰৰ বহুত ওপৰলৈ উঠি যাব লাগে। তাত মানুহ সহজতে যাব পৰা শিলৰ খাপবিলাক সাজি ৰখা আছে। খাপে খাপে নানান মূৰ্ত্তি কাটি ৰখা হৈছে। বিশেষকৈ বুদ্ধ মূৰ্ত্তিয়েই বিশেষ। অশোকৰ দিনতে এই গুহা আৰু মূৰ্ত্তি নিৰ্ম্মাণ কৰিছিল বুলি জানিব পৰা যায়। ইছলাম ধৰ্ম্মী কোনো কোনো ৰজাই হিন্দুৰ অনুষ্ঠান বিলাক অপবিত্ৰ কৰি ধ্বংস কৰিছিল। বিশেষকৈ ঔৰঙ্গজেব বাদছাহ হিন্দুৰ অনুষ্ঠান ধ্বংসৰ প্ৰতিমূৰ্ত্তি আছিল বুলিও জনা যায়। ভগ্ন মূৰ্ত্তি সমূহ দেখিলে মনত শোকৰ প্লাৱন উথলি উঠে। কোনোৰ নাক, কোনোৰ কাণ, কোনোৰ হাত, কোনোৰ ভৰি আৰু কোনোৰ আঙুলি আদি ভাঙ্গি চিঙ্গি থোৱা আজিও দেখিবলৈ পোৱা যায়। কিন্তু ভাৰত চৰকাৰে বৰ্ত্তমান অতীতৰ কৃষ্টি সমূহ পুনৰ মেৰামতি কৰাৰ ব্যৱস্থা চলাই থকা বহু স্থানত দেখা গৈছিল।

অজন্তা যাত্ৰা মহাৰাষ্ট্ৰ গুজৰাট

অজন্তাত সৰ্ব্বমুঠ গুহা ২৯টা। প্ৰতি গুহাত এক, দুই তিনি চাৰি ক্ৰমে পিতলৰ নম্বৰ কাটি প্ৰতি গুহাবিলাকৰ

গুজৰাট ও মহাৰাষ্ট্ৰ অজন্তা গুহা দৰ্শন

মুখে মুখে মাৰি থোৱা আছে। পাহাৰৰ উচ্চতাৰ পৰিমাণ পোৱা নহৈছিল। চালে ওপৰৰ অংশ আৰু গছ-গছনি বিলাক স্পষ্ট ভাবে দেখিবলৈ পোৱা যায়। তাত বন-বিভাগৰ ফাৰ্ম্ম আছে। মূল্যবান চেগুন, শাল, শিঙৰী আদি পাহাৰৰ ওপৰে তলে ৰোৱা আছে। সমীপতে যান বাহন ৰব পৰা স্থল আৰু দুই চাৰিখন দোকান পোৱা গৈছিল। কাষতে দুই পাহাৰৰ মাজত এখন নদী আছে। সিপাৰৰ পাহাৰটো সাতপুৰা নামে প্ৰখ্যাত। সেই পাহাৰৰ গুহা আৰু সৰু সুৰা খোৰোং বিলাকত বহুত মৌৰ বাঁহ দেখা গৈছিল ইয়াত মৌ বিলাক পৰা বা অত্যাচাৰ কৰা নহয়। নিৰ্ভয়

**অজন্তা গুহা দৰ্শন**

মনে সিহঁতে বাঁহ সাজি সংসাৰৰ সুখ উপভোগ কৰিবলৈ যথেষ্টই সুবিধা পাইছে। হাতে ঢুকি পোৱাতে সেই মৌ বিলাক। যাত্ৰীসকলৰ যথেষ্ট ভীৰ। বিশেষকৈ লণ্ডন, আমেৰিকা, হলেণ্ড আদি দেশৰ লোকসকল চাবৰ কাৰণে খুউব আহে আৰু ফটো তুলি সেই দৃশ্য সমূহ নিয়াত বহুত ব্যস্ত। অকল সেয়ে নহয় অন্যান্য স্থানবোৰতো বিদেশীলোক সকলৰ সমাগম বেছি। অজন্তাৰ চৰকাৰী ফাৰ্ম্মৰ কাষত জুই চাই আনকি ধূমপাণ পৰিমিত ব্যৱহাৰ কৰা নিষেধ। তাত পলিটিকেল আইন প্ৰচলিত আছে। পাহাৰৰ সৌন্দৰ্য্য অতি মনোৰম। পাহাৰৰ তলে তলে সাজি লোৱা গুহা ঘৰ বিলাকত মানুহে বাস কৰে। কাষেদি মানুহ যাব পৰা শিলৰেই

সুন্দৰ খট্ খটি। গুহাৰ ওপৰে পাহাৰ অতি উচ্চ। বাঘুৰ নদী বাৰিষা পানীৰে ভৰপুৰ থাকে। গড় কাপ্তানি আলি সিমানতে অন্ত পৰিছে। যাত্ৰীসকলৰ জিৰণি লব পৰা সুন্দৰ ব্যৱস্থা গৃহ আছে। বস্তুৰ মূল্য অধিক। দোকানবিলাকত মাৰ্ব্বল আৰু শিলৰ ৰমক-জমক মূৰ্ত্তি, টেমা, হাতী দাঁতৰ শৰাই,

আঙঠি, খাৰু আদি নিৰ্ম্মাণ কৰি মনোৰম

**অজন্তা ত্যাগ** ভাবে ৰখা দেখা গৈছিল। কিন্তু আঙঠী,

খাৰু আদি বস্তু সমূহৰ মূল্য অধিক। মধূৰী-আম জাহাজীকল আদি ফলাহাৰ দ্ৰব্য পোৱা যায় হয় কিন্তু মূল্য অধিক। একোটা মধুৰীৰ ওজন ৩৭৫ গ্ৰামৰ পৰা ৪০০ গ্ৰাম পৰ্য্যন্ত হয়। বহুত মঙহাল আৰু গুটি বৰ কম। ওচৰতে এখন হোটেল আছে। সকলোবিলাক চাই-চিতি পুনৰ নাচিক পথে প্ৰত্যাগমন কৰা হয়।

**বিশেষ দ্ৰষ্টব্য** ঃ—অজন্তাৰ গুহাৰ সংখ্যা যদিও ২৯টা তাৰ ভিতৰত ২৬টাই প্ৰধান। তিনিটা ওপৰত সৰু ভাবে নিৰ্ম্মাণ কৰা আছে। কিন্তু ক্ৰমিক নম্বৰ সেই তিনিটাত পোৱা নহৈছিল। বুদ্ধদেৱৰ জন্মৰ পৰা নিৰ্ব্বাণ কাল পৰ্য্যন্ত ঘটনা-ৱালী চত্ৰিত অঙ্কিত কৰি ৰখা আছে। গুহাবোৰ ২০০০ বছৰৰো আগতে তৈয়াৰ কৰা। আজি কালি কাঠৰ কাম কৰাৰ দৰে সেই যুগত শিলৰ কাম কৰিছিল বুলি অনুমান।

১২ বজাত অজন্তাৰ পৰা নাচিকলৈ গাড়ী এৰা হয়। যত শিৱ মন্দিৰ আৰু অন্যান্য দৃশ্য দেখিবলৈ পোৱা যায়।

সেই দিনা আমাৰ আহাৰ কৰা নহৈছিল। কিছুহৰ আহি সেই বাঘূৰ নদীৰ কাষতে ভাত পানী খোৱাৰ

মহাৰাষ্ট্ৰ ও গুজৰাট

ব্যৱস্থা কৰা যায়। তেতিয়া প্ৰায় অস্তাচলে সূৰ্য্যদেৱ বাৱণা কৰো কৰো অৱস্থা। তেতিয়া নাচিক যাত্ৰা ৰাতি ৮-৩৫ হৈছিল সেই সময়তেই খাই লৈ পুনৰ গাড়ী এৰি দিয়া হয়। কিছুহৰ আহি ১২ বজাত আলিৰ কাষতে গাড়ী ৰাখি প্ৰভাতৰ অপেক্ষা কৰা যায়। নিদ্ৰাদেৱীয়ে গাড়ীৰ গৰ্ভতেই আলফুলকৈ কোলাত লৈছিল।

স্থানৰ বিবৰণ

বিশেষকৈ পাই অহা অধিবাসীসকল যথেষ্ট সাম্য প্ৰকৃতিৰ বুলি পৰিচয় পোৱা হয়। বিশেষকৈ যেহু যৱ আৰু ফল-মূল বেচি উৎপন্ন হয়। প্ৰায় লোকেই ব্যৱসায়ী। চলন-ফিৰণ সাধাৰণ। ভাষা হিন্দীয়েই বিশেষ। জল-বায়ু গৰম।

---

## —ঃ পুণা পথৰ কবিতা ঃ—

পৰ্ব্বতৰ মাজৰ নৈ পশ্চিমলৈ আছে বৈ
বহুত দূৰত সেই আছেগৈ সাগৰ।
কত শৃঙ্গ ওখ ঠাই দেখিলেই ধাতু যাই
চাই চাই পাহাৰবোৰ নেলাগে ভাগৰ।

এই চাপৰ এই ওখ কত দেখো ওখ পাখ
পাহাৰৰ মাজে যোৱা একাবেকা পথ।
কত শত মানুহ দেখি অন্তনাই লেখি লেখি
ঘৰৰ বাজেও শিলৰ আছে বহু মঠ॥
ইপাক-সিপাক কৰি পাকে পাকে যায় লৰি
গুৰ, গুৰ, গুৰ, কৰি দেৱাপিত যান।
ইমানযে ওখ ঠাই আৰু কতো দেখা নাই
তললৈ চালেই যেন যায় উৰি প্ৰাণ॥
কিছু দূৰ আহি চালোঁ বাটতেই দেখা পালোঁ
ভৈয়ানক এডোখৰ ডিজেলৰ গাড়ী।
ওচৰত মটৰ ৰল সম্পূৰ্ণই দেখা গল
ছয় চকা ৰৈ আছে ওপৰলৈ কৰি॥
বডিটো তল হল, চকা ছয় ওপৰ হল
তলত পৰি আছে ছাগলীৰ পাল।
পঞ্চত্ব প্ৰাপ্ত হল ধাতু কাহানিবাই গল
মাংসও সিহঁতৰ থকা নাই ভাল॥
যিমান আহিছো পাই এনেদৰে দেখা নাই
কেনেকৈ কিবাদৰে এনে হল গাড়ী।
কৰবাত ঠাণ্ডা পানী পালে ভাল দৰে খাই ললে
পেলাই দিলেগৈ গাড়ী ওপৰ তল কাৰ॥
পাহাৰ পথে আহি আছে পাহাৰৰ পাকে পাকে
পালোঁহি মাজত এক নতুন নগৰ।

কিবা গুৰি কিবা নাম কাক সোধো কত পাম
কেইবাটাও দেখিলোঁ ঘৰ পুৰণি-আগৰ ॥
গাড়ীৰ পৰা নামি বৈ ইফালে সিফালে কৈ
নগৰৰ কি নাম চাইন-বৰ্ড চালোঁ।
ডেকা দুজন আহি ৰল আগত মোৰ ঠিয় হল
সুধিলো হিন্দীতে এই কি নগৰ পালোঁ ॥
কলে বহু ভদ্ৰতাই ওচৰ চাপি মোলৈ চাই
ঔৰঙ্গাবাদৰে এই আহ্মদ নগৰ।
ভাবি চালো অতীতক-ঔৰেঙ্গৰ ৰাজত্বক
পঢ়ি অহা বুৰঞ্জী স্কুলীয়া কালৰ ॥
ইফালে-সিফালে চাওঁ দীঘল ডাবি দেখা পাওঁ
মহাৰাষ্ট্ৰ মূৰত টুবুকা টুপী লুঙ্গি ককালত।
হিন্দুৰ সংখ্যা কম মুছলমানে দ'ম দ'ম
হিন্দুৰ দৰে ফোট নাই কপালত ॥
কিছু দুৰ আহি পালোঁ চাইন বৰ্ড চাই ললোঁ
চুপাৰী হনুমান ৰোড ঔৰঙ্গাবাদ।
গাড়ীৰ পৰা নামি গৈ ওপৰত দেখোগৈ
টং টং এঘাৰটাই কৰে সিংহনাদ ॥
কি কৰোঁ কি খাওঁ ক'তনোশুবলৈ পাওঁ
ক'তনো কেনেকৈ বাৰু আমাৰ হব থকা
স্কুল এটা দেখা পালোঁগৈ সকলোৱে চালোঁ।
বেয়া নহয় যেনিবা ভল ওপৰেপকা ॥

তাতে ৰাতিটো থাকি
পুৱা সকলোকে ডাকি
স্নান ভোজনৰ বাবে কৰা হল দিহা
খাইলৈ আদায় হৈ
বস্ত্ৰ পাতি ধুই লৈ
মটৰত যোগাই কৰি গুছি অহা হল ॥
ইলোৰাৰ মন্দিৰ পায়
সোমায় সকলো চায়
শিৱলিঙ্গ জ্যোতিলিঙ্গ পৰ্ব্বতৰ গুহা
আহি কিছু দেখো ঘৰ
সৰু বৰ উচ্চতৰ
শিলৰ প্ৰাচীৰ গড় ভীম্বাকাৰ মহা।
ঔৰেঙ্গৰ ৰাজধানী
কাৰে আলি গড়কাপ্তানী
ইটোৰ পাচত দুৰ্গ আছে বহুতৰ
তাহাঁনি খনৰ সেই
আজিও আছে ঠিয় হৈ
ঠাকে ঠাকে পাকে পাকে সৰু বৰ ঘৰ
ক'ত কি যে দেখা পায়
আদি নাই অন্ত নাই
চাই চাই আহি পালোঁ গুহা অজন্তাৰ
পাহাৰত উঠিগৈ
খাপে খাপে পালোঁগৈ
অতীত পুৰণি সেই অতি মনোহৰ ॥

বুদ্ধৰ মূৰ্ত্তিকটা
শিলতেই আছে থপা
এক দুই তিনি চাৰি অসংখ্যই ঘৰ।

কোন শিল্পীয়ে কটা
থাপে থাপে আছে গঁথা
ভব্য গব্য শিল্পৰেই অলব অচৰ ॥

তাৰ পৰা গাড়ী এৰি
পাহাৰ পথেদি লৰি
পঞ্চৱতী চাবলৈ কৰা হল মন।

আগ্ৰাৰ পথেদি গৈ
পঞ্চৱতী পালোগৈ
অলপ আগতে আছে আৰু তপোবন

গাড়ীৰ পৰা নামি গৈ
সীতা মন্দিৰ চালোগৈ
সত্যনাৰায়ণ মূৰ্ত্তি লক্ষ্মীনাৰায়ণ ॥

হনুমান বিভীষণ
জাম্বুবান গজানন
মায়া মৃগ মাৰিছ আৰু ৰজা দশানন ॥

চাই চিতি সেৱা কৰি
অহা পথ আকৌ ধৰি
ওলোটা গতিত আহি এক জেগাতে ৰৈ।

জুই চাই ধৰি লৈ
অতি লৰা লৰিকৈ
উৎসাহেৰে সকলোটি একত্ৰিত হৈ ॥
খাইলৈ সকলোটি
সন্নে মটৰত উঠি
আধা পথ আহি ৰলো পাহাৰ বাটত।
কাষতে বিছনা পাৰি
ঠাই-থুই শাৰি স্থিৰি
শুই গ'লো সকলোটি পথৰ কাষত ॥
ৰাতিটো থাকিলো শুই
পূৱা সকলোটি উঠি
গা-পা নোধোৱাকৈ গুছি অহা হল।
কুৰিমাইল আহি যায়
নদী এক দেখা পাই
ৰন্ধা মেলা সকলোৰে যোগাৰ কৰা হল ॥
খোৱা লোৱা সাং কৰি
দীঘলীয়া পথ ধৰি
সেইস্থানৰ পৰা গুছি অহা হল।
উগ্ৰ বেগে দেবাৰ্পিত চলে
লিখা কথা বাদ পৰে
ভাষা হীন কৱিতাৰো শেষ কৰা গল ॥

বিশেষ দ্ৰষ্টব্য ঃ—

গাড়ীত আহি থাকোতে এই ভাৱ আহি পৰিছিল সেই গতিকে ইয়াকো প্ৰকাশ কৰা হল।

৯।১।৭০

সেইদিনা ১০।১।৭০ তাৰিখ। নাচিকলৈ যাত্ৰা কৰা হৈছে। প্ৰায় ন বাজে। "গিৰনা" নদী পোৱা হল। তাৰ কাষতে গাড়ী ৰাখি জল যোগ কৰি লৈ পুনৰ পাহাৰৰ উচ্চ শিখৰত গাড়ীৰ গতি নিক্ষেপ হয়। পথৰ কাষতে ভৈৰব মূৰ্ত্তি এটা প্ৰকাণ্ড শিলত নিৰ্ম্মাণ কৰি থোৱা দেখা পোৱা যায়। পৰিচালক ভাবে এজন সন্যাসী থাকে। আশ্ৰম নিচেই আলিৰ দাঁতিতে। সেই আশ্ৰম খনিত এটা মহ, ছুটা বান্দৰ, এটা কুকুৰ আৰু এটা কুকুৰা চৰাই একেলগে মিলা প্ৰীতিৰে থকা দেখা গৈছিল। কোনেও কাকো হিংসা বিদ্বেষ কৰা দেখা নগৈছিল। যাত্ৰী সকলৰ হাতে সেই পশু পক্ষী সকলে আহাৰাদি খাবলৈ সমুলি ভয় নকৰে। বান্দৰ ছুটা ইচ্ছামতে মহটোৰ পিঠিত, কেতিয়াবা ইটোৰ পিঠিত সিটো উঠি থকা দেখা যায়। কুকুৰাটোৱে এটাই কেইটা জন্তুৰ গাৰ পোক পৰুৱা বিলাক খুটি খুটি গুছাই থাকে। তাৰ পৰা পুনৰ অগ্ৰগতিৰে গাড়ী এৰা হল। অলপ দূৰ আহি তপোবন পোৱাহি যায়। ই এখন মনোৰম স্থান। পাহাৰৰ ওপৰত প্ৰতিষ্ঠিত, আয়তন বিশাল। বৰ্ত্তমান চৰকাৰৰ প্ৰকাণ্ড প্ৰকাণ্ড ঘৰ নিৰ্ম্মাণ কৰা দেখা গৈছিল। পাহাৰৰ

**নাচিক ৰোড মহাৰাষ্ট্ৰ**

**ভৈৰব আশ্ৰম**

**তপোবন নাচিক মহাৰাষ্ট্ৰ**

ওপৰত উন্নতশীল স্থান। ভাষা হিন্দীয়েই। তাৰ পৰা ৫ বিঃ

**পঞ্চৱতী নাচিক বন**

মিটাৰ আহি পঞ্চৱতী বন পোৱাহি হল। ইয়াৰ নাম দণ্ডকাৰণ্য বুলিও প্ৰখ্যাত। তেতিয়া আবেলি ৫ টালৈ আৰু ১৫ মিঃ বাকী আছিল।

আগ্ৰালৈ যোৱা পথৰ কাষতে এই বন আৰু সীতাৰ বাসস্থান গৃহ নিৰ্ম্মিত আছে। শ্ৰীৰাম মন্দিৰ সমীপতে পোৱা যায়। বহুত পাকিস্থানি ভগনীয়া হিন্দুক ইয়াতেই

**ৰাম সীতা মন্দিৰ দৰ্শন**

সংস্থাপন কৰে। নতুন বসতিৰ বহুত লোক পোৱা যায়, পাহাৰৰ বহুত উচ্চত। কিন্তু ওপৰ ভাগ সমভূমিৰ দৰে প্ৰায় সমান। ৰাম মন্দিৰ আৰু সীতা মন্দিৰ পঞ্চৱতী বনত দৰ্শন কৰা হয়। তাৰ পৰা দুমাইল মান দূৰত তপোবন, য'ত সীতাক ৰখা হৈছিল। তাতে ৰাতি ৬-৩০ বাজে। তাৰ পৰা আগ্ৰাৰ পথে বোম্বাইলৈ যাত্ৰা কৰা হয়। অলপ

**প্ৰত্যাগমণ বম্বে যাত্ৰা**

দূৰ আহি পথৰ কাষতে গোদাবৰী নদী পোৱা যায়। তাতে ভাত পানী খোৱাৰ যো-জা কৰি জিৰণি লৈ ৰাতি ১০ বজাত বোম্বাইৰ পথে গাড়ী এৰি দিয়া যায়। গাড়ীৰ অহা যোৱা ভীৰ সেই পথত প্ৰায়েই বেছি। সেয়েই বোম্বাই লৈ যোৱা মূল পথ।

## —নাচিক পঞ্চৱতীৰ সংক্ষিপ্ত পৰিচয়—

নাচিক পঞ্চৱতী এখন আহল-বহল উন্নতশীল স্থান। ইয়াত ৰাম খেতি আৰু পাহাৰৰ দাঁতি কাষৰত ধান খেতিও কৰে। বিশেষকৈ পিয়ঁাজ ইয়াত অধিক উৎপন্ন হয়। মাজে মাজে আহল-বহল পথাৰ বিলাকত পৰ্ব্বত আঁকাৰেবে মাটিতে দ'মাই মটৰ গাড়ী গৰু গাড়ী আদিৰে অহবহ বেপাৰীয়ে ভৈয়ামলৈ কঢ়িওৱা দেখা গৈছিল।

তাৰ বাজেও আঙুৰৰ ডাঙৰ ডাঙৰ বাগিছাবিলাক পোৱা যায়। নানান তৰহৰ শাক-পাচলি আৰু কুঁহিয়াৰ বহু ভাগে তৈয়াৰ কৰে। খেতিৰ অৱস্থা সুন্দৰ ন ভগনীয়া সকলে কিছুমান গছপাত ত্ৰিৰ্পাল আদিৰ জুপুৰী সাজি বাস কৰা দেখা গৈছিল। জঙ্গল অঞ্চল সমূহ চৰকাৰ আৰু ভগনীয়া সকলে মোকোলাই বসবাসৰ ব্যৱস্থা লোৱা দেখা যায়। তেতেলি গছৰ সংখ্যা বেছি। স্বাস্থ্য সম্পৰ্কে বৰ বেয়া নহয়। সাগৰৰ বতাহ প্ৰায়েই পোৱা যায়। কংগ্ৰেছ চৰকাৰে বহুত উন্নতশীল অনুষ্ঠান নিৰ্ম্মাণ কৰাত তেতিয়া ব্যস্ত।

**সংক্ষিপ্ত পৰিচয়**

বহুত তলত সীতা মন্দিৰ। পাকে পাকে সোমায় গৈ সীতা দেৱীক দুজনী ৰাক্ষসীয়ে ৰাখি থকা অৱস্থাত পোৱাগৈ হয়। মূৰ্ত্তি শিলাময়। তাত ছোৱালী কেইজনী মানে পৰিচালনা কৰি থাকে। তাৰ পৰা আহি পথৰ বাওঁহাতে মায়ামৃগ দশানন, ছদ্মবেশী ৰাৱণ আৰু সীতা ৰাম লক্ষ্মণ

আদিৰ অবয়ব প্ৰতি মূৰ্ত্তিৰে শিলৰ মন্দিৰ নিৰ্ম্মাণ আছে। অধিবাসীসকল সু-সভ্য, বিনয়ী। তিৰোতা মানুহৰ বজাৰ ব্যৱসায় অধিক।

**বম্বে যাত্ৰা পথ**

কিছুদূৰ আহি এটা ৰেলৰ ষ্টেচন পোৱা যায়। ৰাতি আহিব লগা হোৱাত নাম জানিব পৰা নগল। তেতিয়া এটা ওখ পৰ্ব্বতৰ ওপৰেদি গাড়ী যাবলৈ ধৰে। তেতিয়া ৰাতি ১২ বাজে। পাহাৰৰ নামনি অংশত মুকলি ঠাইত আলিৰ দাঁতিতে শোৱাৰ ব্যৱস্থা কৰা হ'ল। কিন্তু গাড়ীৰ হুলস্থুলত টোপনি নাহিল। ইয়াৰ আগতে দুখন বজাই সহ মালগাড়ী চুৰ্ণাকৃত হৈ পৰি থকা দেখা যায় আৰু মাজত এখন মালগাড়ী দুয়োফালৰ পৰা খুন্দিয়াই চেপেটা কৰি ৰাখে। আগত দেখি অহা ঘটনা সমূহতকৈ এই দৃশ্য অতি ভয়াবহ।

**পাহাৰ পথ**

অতি প্ৰভাততে গাড়ী চলিব ধৰে। পৰিচালকৰ বাধ্যতা মানি দেৱাৰ্পিতে উচ্চৰবে তৰ্জ্জন-গৰ্জ্জন কৰিবলৈ ধৰে। দুহেজাৰৰো অধিক ফুটৰ উচ্চ শিখৰত গাড়ী উঠি পৰেগৈ। সেই পাহাৰৰো ওপৰত মানুহৰ বাসস্থান। কিছুলোকৰ গছৰ পাত কাগজ, গছৰ ঠাল ভগা ঢাৰি আদিৰে সাজি লোৱা জুপুৰিবোৰ দেখিবলৈ পোৱা যায়। পাহাৰৰ নামনিটো অলেখলোকৰ বসবাস। পাহাৰৰ তলেদি সুৰঙ্গ কাতি কাষে-দিয়েই ৰেল-গাড়ী যায়। সুৰক্ষিত আৰু সুকৰ্ষিত ভাৱে

ৰখা চৰকাৰৰ কাঠৰ বাগিছাবিলাক মনমোহা। গছ সমূহ পৰিপাতি ভাবে সজাই ৰখা দেখা যায়। শাল আৰু চেগুণ কাঠেই অধিক। পাহাৰৰ মাজে মাজে বৈ অহা সৰু সৰু নিজৰা বিলাকৰ অতি নিৰ্ম্মল পানী। আহি আহি এখন ডাঙৰ আকাৰৰ নদীত পৰা দেখা যায়। উপযুক্ত প্ৰকৃতি দেৱীৰ বিচিত্ৰ নিৰ্ম্মাণৰ সুন্দৰ বননি। তাতেই পাহাৰৰ অতুলনীয় সৌন্দৰ্য্য পূৰ্ণ স্থান পাই স্নান ভোজনৰ ব্যৱস্থা কৰা হল। তেতিয়া প্ৰায় ১২টাৰ ওচৰ পালেগৈ। অৱসৰ লৈ বম্বে পথে আগুৱা হল। কিন্তু পাহাৰ পথত উপনিত হৈ স্বৰ্গীয় সুখৰ শান্তি পানী আমাৰ ওপৰত যেন বৰ্ষণ হৈছিল সেই উপলব্ধি মনলৈ আহিছিল।

বম্বে মহাৰাষ্ট্ৰ গৈ গৈ বোম্বে নগৰৰ শাখা অংশ পোৱাগৈ শিৱ মন্দিৰ হল। তাত এটা শিৱ মন্দিৰ আছে। শিৱ মন্দিৰত সেৱা জনাই পাৰ্থ সাৰথি মন্দিৰত প্ৰবেশ কৰাগৈ হয়। মাৰ্ব্বল পাথৰৰ নিৰ্ম্মিত সুদৰ্শন ধাৰী মনোহৰ মূৰ্ত্তি। সেই মন্দিৰ আধুনিক প্ৰাৰ্থসাৰথী যুগতহে নিৰ্ম্মাণ কৰা। তাৰ পৰা বোম্বাই মন্দিৰ মহা নগৰলৈ কুৰি মাইল বাকী আছিল। ইয়াৰ ভাষা মাৰাঠি কিন্তু হিন্দীৰো প্ৰচলন আছে। মহাৰাষ্ট্ৰত বিশেষ বিশেষ নগৰ সমূহ যেনে পূণা, আহম্মদ নগৰ, অজন্তা, ইলোৰা, নাগপুৰ আদি বুৰঞ্জী প্ৰসিদ্ধ স্থান সমূহ আছে।

## লোণৰ কাৰবাৰ

বোম্বাইত বিশেষকৈ লোণৰ কাৰবাৰ দেখা পোৱা হৈছিল। সাগৰৰ পানীৰ পৰা লোণ তৈয়াৰ কৰে।

**বোম্বেত লোণৰ কাৰবাৰ**

লোণৰ উৎপন্নৰ সীমা নাই। শ-শ বনুৱাই ৰেলে মটৰে গৰু-গাড়ী আদি যান-বাহনেৰে অহৰহ্ কাঢ়িউৱাৰ ত্ৰুটি কৰা নাই। বহু অংশ মাটিত শালি ধানৰ দৰে ডৰা পাতি চাৰিউফালে পানী ওলাই যাব নোৱাৰাকৈ ইটা আৰু শিলৰ বেৰা দি তাত সাগৰৰ পানী মেচিনৰ দ্বাৰা সুমুৱাই দিয়ে। যেতিয়া পথাৰত সম্পূৰ্ণ পানীৰে পৰিপূৰ্ণ হব তেতিয়া পানীখিনি যাব নোৱাৰাকৈ দৃষ্টি ৰাখি আৱদ্ধ কৰি থয়। যেতিয়া ৪।৫ দিনৰ ভিতৰত পানীখিনি শুকাই যাব তেতিয়া সেই পথাৰবোৰত লোণবিলাক চটাপাতি ডৰা ভৰি ভৰি ওলাই পৰে। লগে লগে বনুৱাই কাষত নিৰ্ম্মাণ কৰি থোৱা পকা ঠাইবোৰত লোণ সমূহ দ'মায় দিয়ে, আৰু বস্তাত বান্ধি গাড়ীৰে যথা স্থানলৈ লৈ যায় আৰু আৱশ্যক মতে মেচিনত পৰিষ্কাৰ কৰি অন্য দেশ বিদেশলৈ ৰপ্তানা কৰে। এনে দৰেই লোণ তৈয়াৰ কৰা দেখা গৈছিল। এই লোণ বম্বেত অধিক ভাবে তৈয়াৰ কৰে। যিহেতু সাগৰৰ কাষতে সমতল ভূমি বিলাক অধিক। ওচৰতে লোণৰ কোম্পানীৰ ফেক্টৰী আৰু কৰ্ম্মচাৰীৰ আবাস

আদি নিৰ্ম্মাণ কৰা তুমহল তিনি মহলৰ সুন্দৰ সুন্দৰ ঘৰ বিলাক দেখিবলৈ পোৱা যায়।

ইয়াত বহুত কম পৰিমাণে বৰষুণ হয়। স্থান বৰ খৰাং, প্ৰায় গৰম পোৱা গৈছিল। চাইচিতি ৰাতি সৰস্বতী আশ্ৰমত থকাহি হল। তেতিয়া ৰাতি ৮ বাজে

**বম্বে সৰস্বতী আশ্ৰম**

বাটত আহোঁতে পাহাৰৰ কাষত তুখন গাড়ী চূৰ্ণকৃত ভাবে থকা দেখা গল। সেইদিনা বম্বে মহানগৰীৰ একাংশত প্ৰবাসী দেহাক শান্তি দিয়া গৈছিল।

বিয়লি এক বাজে। সেইদিনা ১২।১।৭০ তাৰিখ। জিৰাই শতাই বোম্বে নগৰলৈ যোৱা হয়। পুৱা ৯ বাজে। এনেতে শ্ৰীশঙ্কৰ আপ্তে আহি সৰস্বতী আশ্ৰমতে দেখা কৰে। একে লগেই নগৰলৈ ওলাই যাওঁ। নগৰ পায় সৰ্ব্বপ্ৰথমেই সাগৰৰ

**নগৰ ভ্ৰমণ**

তীৰত গাড়ী ৰাখি দৃশ্য সমূহত দৃষ্টি নিক্ষেপ কৰা যায়। সাগৰত থকা ডাঙৰ ডাঙৰ জাহাজ আৰু শ শ খন মেচিন নাওঁ ভৰি-পুৰি নগৰৰ শোভা বৰ্দ্ধন কৰি থকা দেখা গৈছিল। সেই স্থান দোখৰক বোম্বে "বন্দৰ" বুলিছিল। সমুদ্ৰৰ মনোৰম্ দৃশ্য চাই চাই হেঁপাহ নপলাই-

**বম্বে নগৰৰ প্ৰাকৃতিক দৃশ্য**

ছিল। শ শ যাত্ৰীয়ে মেচিন নাৱত উঠি সাগৰৰ লহৰ তথা আনন্দ উপভোগ কৰি মনৰ তৃপ্তি সাধন কৰে। প্ৰতিজনৰ ·৫০

পইচা হিচাবে ভাড়া গ্ৰহণ কৰি নাওঁৰে ভ্ৰমণ কৰাই। ইয়াৰ পৰা বিদেশলৈ জাহাজেৰে যাব পাৰে। ই এটা সমুদ্ৰৰ প্ৰধান বন্দৰ। সাগৰৰ দাঁতি শিলৰ দ্বাৰা আৰু ঠায়ে ঠায়ে মাৰ্ব্বল পাথৰৰ দ্বাৰা নিৰ্ম্মাণ কৰি চকুত লগা দৃশ্য সজাই ৰাখিছে। কাষত যাত্ৰীসকল জিৰণী লব পৰা মাৰ্ব্বলৰ সুন্দৰ সুঠাম গৃহ নিৰ্ম্মিত। ওচৰত এখন তিনি মহলৰ সুন্দৰ ব্যৱস্থাৰ শকত আকাৰৰ হোটেল। কিন্তু সৰ্ব্ব সাধাৰণৰ বাবে সেয়ে নহয়। সোমাবলৈ চমক লগা। বহুত নীতি নিয়ম মানি তাত ভদ্ৰতাৰে প্ৰবেশ কৰিব লগা হয়। ইত্যাদি সাগৰৰ কাষ সমূহ দৃষ্টি কৰি মিউজিয়ম চাবৰ অভিপ্ৰায়ে যোৱা হল। সাগৰৰ ঘাটৰ পৰা বেছি আঁতৰ নহয়।

মিউজিয়মত নানান অসম্ভৱ পূৰ্ণ বস্তু দেখিবলৈ পোৱা যায়। মিউজিয়ম দৰ্শনৰ সময় বন্ধা থাকে। টিকট লব লাগে। তাত সাগৰৰ বহুত প্ৰাণীৰ অবয়ৱ সজা সমূহ দেখিবলৈ পোৱা যায়, আৰু অতীজ কালৰ অনেক কৃষ্টি মূলক পদাৰ্থ বিদ্যমান। তাৰ ভিতৰত এটা সাগৰৰ মাছৰ মেৰুদণ্ড আৰু মুখৰ আকাৰ দেখি আচৰিত

**মিউজিয়ম দৰ্শন**

নহৈ নোৱাৰিছিলোঁ। প্ৰতি বস্তুত নাম শক চন তাৰিখ আদি লিখি সুন্দৰ ভাবে সজাই ৰাখিছে। নগৰৰ পৰিধি ১০০ মাইল বুলি জানিব পৰা যায়। ঘৰৰ সৌন্দৰ্য্য অতুলনীয়। চালে পাগুৰী খহা উচ্চ মহলবোৰ। স্থানৰ অভাৱ হেতুকে ওপৰলৈ মহল বঢ়াই

পৰিয়াল ৰেলেগ হয়। বিজুলী শক্তিৰ দ্বাৰা তলৰ পৰা ওপৰলৈ উঠা নমা কৰে। ওপৰতে ওপৰ অংশত ভ্ৰমিব পৰা পকা পথ আৰু দলং আদি নিৰ্ম্মাণ কৰা আছে। মহল বিলাকৰ অন্ত নাই। ভাৰতৰ আন আন নগৰত কৈ এই নগৰেই সৰ্ব্বশ্ৰেষ্ঠ বুলি অনুমান হয়। কাৰুকাৰ্য্য যন্ত্ৰপাতি কলাকৃষ্টি শিক্ষা পদ্ধতিৰে পৰিবেশ অতুলনীয়। গাড়ী হঠাৎ পোষ্টত বৰ লগা হলে পাচৰ ফালে দৃষ্টি কৰিলে হেজাৰ হেজাৰখন গাড়ী জমা হৈ আগৰ গাড়ীলৈ অপেক্ষা কৰা দেখা যায়। দুই তিনি মহলৰ যাত্ৰী যোৱা গাড়ী বহুত। ইয়াৰ বাজেও ট্ৰাম্ গাড়ী অলেখ। সেই গাড়ী সমূহ ৰেলত চলে। অবয়ৱ ৰেল গাড়ীৰ দৰেই যদিও ইলেক্‌ট্ৰিক শক্তিৰ তাঁৰৰ সহায়ত অহা যোৱা কৰে। উগ্ৰ বেগী গাড়ীখন। নগৰত য'ত ত'ত গাড়ী বম্বে নগৰৰ দৃশ্য ৰাখিবৰ নীতি নাই। নিৰ্দ্দিষ্ট স্থানতহে গাড়ী ৰখা হয়। পৰিপাতি চাফ্-চিকুণ অতুলনীয়। যাত্ৰী অলেখ। বস্তুৰ মূল্য প্ৰায়েই কম। চামৰাৰ বেগ, চুটকেছ, চাইকেল, স্কুটাৰ আদি বস্তুবিলাকৰ মূল্য বহুত কম।

বন্দৰৰ পশ্চিম অংশত গাম বুট জোতা এপাতৰ অবয়ৱ আকাৰেৰে এটা পকা ঘৰ নিৰ্ম্মাণ কৰা আছে। তাৰ কাষতে বিজুলি শক্তিৰ সহায়ত মাটিতে বননিৰ ১।২ নম্বৰ কাতি বিৰাট আকাৰৰ এটা ঘড়ি অহৰহ চলি থকাকৈ সজাই

ৰাখিছে। নম্বৰ বিলাকত সুন্দৰ সুন্দৰ আধুনিক ফুলবিলাক ফুলি আছে। তাৰ ওপৰত ঘৰ নাই। অলপ ওচৰতে ছাত্ৰ-ছাত্ৰী সকলে আহাৰ খাই বং ধেমালি কৰিব পৰা সুন্দৰ কানন নিৰ্ম্মাণ কৰি সাগৰৰ কাষতে সজাই ৰাখিছে। তাতে ছাত্ৰ-ছাত্ৰ সকল আহি স্কুল চুটিৰ পাচত সাগৰৰ দৃশ্য চাই আনন্দ উপভোগ কৰেহি।

ইত্যাদি চাই আহি ওলোটা গতিত সান্দিপনি আশ্ৰমত ৰাতি কটোৱাহি হ'ল। তেতিয়া ৰাতি প্ৰায় ৮ বাজে-।

সেইদিনা ১৩।৪।৭০ তাৰিখ। দুপৰীয়া বাৰ বাজে-। এনে সময়তে বম্বে ত্যাগ কৰি গুজৰাত প্ৰদেশলৈ যাত্ৰ কৰা হল। গাড়ী পৱন গতিত চলিব ধৰে।

**বম্বে সান্দিপনি আশ্ৰম ত্যাগ**

অলপো বিৰাম নাই। ভাৰত চৰকাৰৰ অধীনত থকা-এনে সুন্দৰ সৌন্দৰ্য্য পূৰ্ণ কাঠনিৰ মাজে অহৰহ আহি থাকি ১০৪ মাইলৰ অন্তত বিশ্বহিন্দু পৰিষদৰ শাখা কেন্দ্ৰ বনবাসী বসতি গৃহ তলাশাৰী'' নামৰ ঠাইত ৰাতি পোৱাহি হয়। তাত বহুত তুৰ-তুৰনীৰ বনবাসী ছাত্ৰই শিক্ষা লাভ কৰি থাকে। এৰে আশ্ৰমতে একেতা ঘৰতে সকলে ছাত্ৰই বসতি কৰে। সেই আশ্ৰম বিশ্বহিন্দু পৰিষদে নিৰ্ম্মান কৰি দিয়ে। পৰিষদে সাহাৰ্য্য কৰাৰ বাহিৰে ছাত্ৰ সকলৰ পৰা কোনো টকা পইছা ভাড়া

**তলাশাৰী বিশ্বহিন্দু পৰিষদৰ সাহায্য প্ৰাপ্ত-আশ্ৰম।**

আদি গ্ৰহন নকৰে। বৰং সাহাৰ্য্যহে কৰে। বিশেষকৈ পাহাৰী জাতীয় ভাই সকলে শিক্ষা পথত উন্নতি কৰিবৰ অৰ্থে সেই শাখা নিৰ্ম্মাণ কৰাটো বিশ্বহিন্দু পৰিষদৰ উদ্দেশ্য। ছাত্ৰ সকলৰ আদৰ আশ্বাস পাই আমাৰ জন্মভূমি অসমৰ নিজ ঘৰ পোৱা যেনেই লাগিছিল তেওঁ লোকৰ পৰিস্কাৰ পৰি চন্নতা চলন ফিৰন আচাৰ ব্যৱহাৰ আৰু সাধুতাৰ পৰিচয়ে আমালোকক স্তম্ভিত নকৰি নোৱাৰিছিল।

তাত এজন পৰিষদৰ প্ৰচাৰক আৰু

**তলাশাৰী বিশ্বহিন্দু** নায়ক থাকে। তেখেত সকলে সেই ছাত্ৰ

**পৰিষদৰ সাহায্য** সকলক নানান শিক্ষা দান দিয়ে।

**প্ৰাপ্ত আশ্ৰম।** আৰু বেদমন্ত্ৰ সমূহ সংস্কৃতেৰে অধ্যয়ন

কৰায়। পুৱা চাৰি বজাৰ পৰা পাচ বজালৈ ঈশ্বৰ উপাশনাত মগ্ন ৰাখে সন্ধিয়াও সেই দৰে ডেৰ ঘণ্টা কাল স্তৱ স্তুতিৰে মুখৰিত কৰায়।

সেই দিনা আছিল পুহ মাহৰ ২৮ তাৰিখ। পাচ দিনা মাঘ বিহু। মনবোৰ আমাৰ বিষাদেৰে পৰিপূৰ্ণ। মনত পৰিছিল আমাৰ অসমলৈ দম্ দম্ কাঠ গোটাই সন্দল বলে পথাৰত পতা মেজি মেলালৈ। মনত পৰিছিল পানী হিলৈ আৰু উকা হিলৈ বিলাকলৈ। মনত পৰিছিল সমাৰোহে সংগ্ৰহ কৰি পথাৰত নবাৰে ৰভা সাজি মিলা প্ৰীতিৰে কৰা ভোজলৈ। মনত পৰিছিল ৰাতি উজাগৰে থাকি গান বাজনা কৰা বং টামছাৰ কথালৈ। আৰু আপুৰুগীয়া অসমীয়াৰ

তিল পিঠা, ঘিলা পিঠা তিলৰ লাড়ু, আৰু মাল পোৱা আদি নানান জলপানলৈ ইত্যাদি ভাব-মনতে মাৰ নিয়াই ছাত্ৰ সকলৰ লগতে সান্ধ্য প্ৰাৰ্থনাত যোগ দিয়া হল। তেওঁ লোকে নীতি শিক্ষাৰ কিছু শ্লোক আৰু স্তৱ স্তুতি গীতাৰ বাণীও ব্যক্ত কৰিছিল গীতাৰ জ্ঞান-যোগৰ শ্লোক সমূহ বৰ্ণনা কৰি মনত ভক্তিৰ প্ৰবাহ জগায় তুলিছিল। কন্ কন লৰাৰ পৰা ডাঙৰ সকললৈকে সকলোৰে স্তৱ স্তুতি শ্লোক সমূহ মুখস্থ আৰু উচ্চাৰণ অদ্বিতীয় ভাবেই শুনা গৈছিল।

তলাশাৰী মাঘ-বিহু উৎসৱ

সেই প্ৰাৰ্থনাত পূজ্যপাদ শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুও উপস্থিত আছিল। প্ৰাৰ্থনাৰ অৱসানত প্ৰভুৱে সেই ছাত্ৰ সকলক হিন্দী ভাষাৰে যথেষ্ট জ্ঞান তত্ব ব্ৰহ্মচৰ্য্য পালন কিদৰে কেনেকৈ সাধন হয়, ইত্যোদি তত্ব কথা কৈ ছাত্ৰ-সকলক বুজনি দিয়ে। ছাত্ৰ সকলেও প্ৰভু জনালৈ শ্ৰদ্ধা নিবেদন কৰে। তাৰ পাচত সামূহিক নাম প্ৰসঙ্গৰ দ্বাৰা আৰতি সমাপ্ত কৰি, খোৱা মেলাৰ ব্যৱস্থাৰে, ৰাতি ১১ বজাত শয়ণ কৰা হয়।

বিহু উৎসৱৰ দিবস। সেই দিনা ইং ১৪।১।৭০ তাৰিখ অসমীয়া ২৯ পুহ। পৌষাদিত্যৰ অৱসৰ আৰু মকৰ সংক্ৰান্তিৰ আবিৰ্ভাব। কিন্তু সেই দিনা ছাত্ৰসকলক পুৱা ৩ বজাতে উঠি স্নান প্ৰাৰ্থনা সমাপ্ত কৰি নিজ নিজ কাৰ্য্যত প্ৰত্যেকেই ব্যস্ত

থকা দেখা গৈছিল। তেওঁলোকেও এই মকৰ সংক্ৰান্তিক আমাৰ দৰেই উৎসৱ ভাবে পালন কৰে। সকলোৰে কপালত উৰ্দ্ধ পুণ্ড ফোঁটৰ সৌন্দৰ্য্যই বিশেষ ভাবে উজ্জ্বল কৰি তোলা দেখা গৈছিল। তেওঁ লোকেও তিলৰ লাডু তৈয়াৰ কৰি পৰস্পৰে পৰস্পৰক দান কৰি বহুত আনন্দ পাইছিল আৰু আন্তৰিক ভক্তি শ্ৰদ্ধা নিবেদন কৰা দেখা গৈছিল। প্ৰায় ৬০ জন মান সৰু ডাঙৰ ছাত্ৰ একত্ৰিত হৈ মিলা প্ৰীতিৰ মাজেদিয়েই একে-লগে বাস কৰে। তথাপিও কাৰো কোনেৰে লগত হাই, উকমি, দন্দ্ব, কাজিয়া, খিয়লা থিয়লি অসৎ ভাবৰ প্ৰদৰ্শন দেখা নগৈছিল। বিশ্বহিন্দু পৰিষদৰ কাৰণে তাতো বহুত গণ্য মান্য শিক্ষিত ব্যক্তিয়ে আত্ম উৎসৰ্গা কৰা দেখা গৈছিল। দক্ষিণ ভাৰতৰ ভিতৰত বিশেষ কৈ এটা কথা দেখি আচৰিত নহৈ নোৱাৰিছিলো যে সমাজ আৰু দেশ সেৱাৰ বাবে নিজ নিজ স্বাৰ্থ ত্যাগ কৰি আত্ম উৎসৰ্গা কৰাটো তেওঁ লোকৰ বৰ আনন্দৰ বিষয়। আনকি ঘৰ বাৰী পৰ্য্যন্ত উৎসৰ্গা কৰিও ভাল পাইছিল। খং ৰাগ, দ্বেষ, চকুচৰহা, প্ৰভৃতি অসৎ পথ বিলাকৰ তেওঁলোক পক্ষপাতি নহয়। তেওঁ লোকে ধূমপান আদি ৰাগিয়াল বস্তু ব্যৱহাৰ কৰা আমাৰ দৃষ্টি গোচৰ হোৱা নাছিল। সুৰা মৎস্য মাংস প্ৰভৃতি ব্যৱহাৰ সম্পূৰ্ণ অযোজ্ঞ।

**মাঘৰ বিহু উৎসৱ তলাসাৰী**

বিহু বাসৰৰ বাবে সেইদিনা আমাৰ সত্ৰীয় নিয়ম অনুযায়ী নাম কীৰ্ত্তন ভাগৱত প্ৰবাসী ভাবেই কৰা হৈছিল। আটা ডাইল আদি পাক কৰি পৰিষদ গৃহ নিবাসী শিক্ষক ছাত্ৰ নিৰ্ব্বিশেষে সকলোকে ভোজন কৰোৱা হয়। তাৰ পৰা অৱসৰ হৈ ৩-৩০ বজাত গুজৰাট অভিমুখে যাত্ৰা কৰা হয়। গুজৰাটৰ সীমা সোমাবলৈ তেতিয়া সেই ঠাইৰ পৰা ৭ সাত মাইল আৰু বাকী আছিল। সেই বসতি আশ্ৰমৰ বেঙ্গাৰ আৰু তেওঁৰ পৰিবাৰে প্ৰভুৰ ওচৰত শৰণ গ্ৰহণ কৰে।

ক্ৰমশঃ গুজৰাটৰ আহমদাবাদৰ ফালে গতি কৰা হল। গাড়ী আহি ৰাতি সাত বজাত কাবেৰী নদী পায়হি। তাতে জলযোগ কৰা যায়। অলপ সময়ৰ পাচতে পুনৰ গাড়ীক স্বাধীনতা

**গুজৰাট প্ৰদেশ**

দিয়া হল। প্ৰায় ১১ বাজে। এনে সময়তে

**তাপ্তি নদী**

তাপ্তি নদীৰ দলঙৰ কাষত ৰাতি থকাৰ ব্যৱস্থা কৰা গৈছিল। পথৰ কাষৰ ঠাই দোখৰ পকাৰে নিৰ্ম্মাণ কৰা আছিল। বেচ আহল বহল স্থান দোখৰ।

পুৱা পুনৰ যাত্ৰা কৰা হয়। গৈ গৈ নৰ্ম্মদা নদী পোৱাগৈ হয়। নৰ্ম্মদাৰ দলং আচৰিত। দীঘ

**নৰ্ম্মদা নদী**
**১৫।১।৭০**

প্ৰায় ৬।৭ ফাৰ্লঙৰ বেছি হলেও কম নহয়। নদী খনো অতি মনোৰম। কাষতে ৰেলৰ জংচং। বেছ মনোৰম স্থান। কাষেদি ৰেলৰ দলং। মুছলমানৰ সংখ্যাই অধিক। কৃষিৰ ভিতৰত

সকলো বিলাক খেতিয়েই চকুত পৰিছিল। গম, যব, মতৰ, মাকৈ, বুট ঘেহু আদি। তাৰ ভিতৰত কপাহ খেতিৰ প্ৰাচুৰ্য্য বহুগুণে বেছি। আলু খেতিও প্ৰায় হয়। ইয়াত নৰ্ম্মদা সৰস্বতী, সবৰমতী, আৰু তাপ্তি নামে কেইবা-খনো প্ৰসিদ্ধ নদী আছে।

**কৃষি আৰু জীৱজন্তু**

প্ৰায় কপাহ বোৰ গৰু গাড়ীৰে লানি নিছিগা ভাবে নি বজাৰত দিয়েগৈ। এনেদৰে প্ৰায় ১০০ মাইল পৰ্য্যন্ত কপাহৰ খেতি দেখা গৈছিল। তাৰপৰা কপাহ বোৰ অন্য স্থানলৈ ৰপ্তানী কৰে। গৰু বিলাক বৰ শকত আৰু ওখ পাখ। ঠিক আমাৰ দেশীয় একোটা গোণা মহৰ দৰে শকত আৰত। শিংবোৰ শকত ডাঙৰ। কপাহৰ গছ বিলাক আঢ়ৈ ফুটত কৈ অধিক ওখ পোৱা নহৈছিল। কিছু ঠাইত ৩/৪ ফুট পৰিমিতো। সাৰুৱা স্থান পোৱা গৈছিল যদিও চাপৰ গছৰ সংখ্যা বহুত। প্ৰতি প্ৰদেশেতে মহানিমৰ গছ দেখা গল। অসমত হোৱা এৰাগছৰ তুলনাত মহানিম গছ সমূহ পোৱা গৈছিল। বাঁহ গছ প্ৰায়েই চকুত পৰা নাছিল। ববুল বুলি এবিধ মাত্ৰ কণ্টক জাতীয় গছ আছে। তাৰ গাত অপৰিমিত কাঁইট। গছ বৰ শকত নহয়। সেই গছ বিলাক কাটি আনি খেতিৰ স্থানত দি বেৰা দি ৰাখে। সেই কাঁইটৰ বিষ বহু গুণে বেছি। সেই জাতীয় গছ বিলাকৰ কাঁইট সহ উট বিলাকে বহুত আগ্ৰহেৰে খাই। উট বিলাকৰ নাকত এদাল মহৰ গতেৰে নাকি লগোৱা আছে। উটে বহুত গাখীৰ দিয়ে। আৰু সেই

**গুজৰাত প্ৰদেশ**

গাখীৰ বজাৰত বিশেষকৈ চৰকাৰক বিক্ৰী কৰে। তাৰ পৰা হৰলিক্স আদি শক্তিকাৰক গাখীৰ সমূহ তৈয়াৰ কৰে।

তিব্বতা বিলাকে প্ৰায়েই ঠেঙা পিন্ধে। নাকত ওলমি থকা নাক ফুলা ব্যৱহাৰ কৰে। ভেড়া ছাগলি বহুত। সিহঁতৰ নোমৰ পৰা উনি সুতা তৈয়াৰ কৰে। নোম বিলাক কাতি বজাৰত বেপাৰীক্ বিক্ৰী কৰে। উনি সুতাৰ কাৰবাৰ আছে। সেই অঞ্চলত উনি সুতা বা কাপোৰ ছোলাৰ মূল্য বহুত কম।

কিছুমান দূৰ আহি এখন বজাৰ পোৱাহি হয়।

**পালেজ বজাৰ** নাম পালেজ্। খাদ্য বস্তুৰ মূল্য অধিক। তাৰ পৰা আহি আহি এখন নগৰ পোৱাহি হয়। নাম "বৰোডা"। বৰোডা গুজৰাটৰ প্ৰসিদ্ধ নগৰ। পশ্চিম ৰেলৰ মূখ্য

**বৰোডা** ষ্টেচন বৰোডাৰ পৰা আহ্মদাবাদ—চানোঁদ পাবাগড়, আদি বিভিন্ন স্থানৰ পৰা যাত্ৰীৰ যাতায়ত হয়। ইয়াতো হিন্দুৰ বহুতো মন্দিৰ আছে। ওচৰতে সিংহ বাঘ পহু আদি জীৱ জন্তু থকা পশুৰ-আলয় আছে। ই চৰকাৰৰ দ্বাৰা সুৰক্ষিত। সেই ঠাইত মুছলমানৰ মন্দিৰ আৰু বহুতো অনুস্থান পোৱা যায়। তেতিয়া ঠিক ১২ বাজে। সেইদিনা সঙ্গিসহ সত্ৰাধিকাৰ প্ৰভুৰ স্নান

হোৱা নাছিল। যিহেতু সুযোগ সুবিধা

**জগৎগুৰু শঙ্কৰাচাৰ্য্যৰ মঠ ডাকোৰ**

নিমিলাৰ বাবে। তাতেই গা ধোৱাৰ ব্যৱস্থা কৰি এক স্থানত জলযোগ কৰিলৈ ক্ৰমগতিত আহি আবেলি ৫-৩০ বজাত দ্বাৰকা পীঠৰ ডাকোৰ পোৱাহি হল। সেয়ে শঙ্কৰাচাৰ্য্যৰ মঠ। তেখেত তাতেই নিবাস কৰে। শঙ্কৰাচাৰ্য্যক সত্ৰাধিকাৰ সহ সকলোজনেই দেখা কৰা গৈছিল।

তাত কৃষ্ণ মন্দিৰ, ৰাম মন্দিৰ, সীতা মন্দিৰ আদি মন্দিৰ সমূহ পোৱা গৈছিল। উন্নতশীল উল্লেখযোগ্য স্থান। শাক পাচলিৰ অধিক উপাৰ্জ্জন। নাৰ্জ্জি আৰু অন্যান্য ফুলৰ বাগিছা সমূহ বহুত। পালেং, মূলা, ধনিয়া

**মন্দিৰ সমূহ**

ফুলকবি, বন্ধাকবি, বেঙেনা আদি উদ্ভিদ্ জাতীয় খাদ্য বস্তু যথেষ্ট উৎপন্ন স্থল। প্ৰায়লোকেই হিন্দু। মুছলমানৰ সংখ্যা কম। ৰাতি শ্ৰীমন্তশঙ্কৰাচাৰ্য্যৰ আশ্ৰমতে অতিথি ভাবে থকা হল।

১৬।১।৭০ শ্ৰীশঙ্কৰাচাৰ্য্যৰ অতিথি গৃহত ৰাতি থাকি পুৱা স্নান সন্ধ্যা আহাৰাদি কৰি আহ্মদাবাদ অঞ্চলসৈ যাত্ৰা কৰা হল। উক্ত অঞ্চলত এখন দ্বাৰকা পীঠ শঙ্কৰাচাৰ্য্যৰ আজ্ঞা পৰ মঠ আছে। মূল বিগ্ৰহৰ নাম দ্বাৰকা

**আহ্মদাবাদ গুজৰাট**

নাথ। নাৰায়ণজী আৰু সীতা ৰামেই প্ৰধান। বহু পথ আহি পথৰ কাষতে এখন ফাৰ্ম্ম পোৱা যায়। তাত পানী-তুনীৰ বিশেষ

সুবিধা। খোৱা লোৱাৰ ব্যৱস্থা কৰা গল। তাৰ পৰা আজৰি হৈ আহ্মদাবাদ প্ৰভাষ তীৰ্থ লৈ যাত্ৰা কৰা হল।

আলিন্দ্ৰাবাদ
মিকুচাৰ
চাদা-গছ

সেই ঠাইভো মানুহৰ আদৰ আশ্বাস যথেষ্ট। ধৰ্ম্ম ভাৰ প্ৰবল। খেতিৰ অধিক উন্নত স্থল। মিকুচাৰ চাদাৰ খেতি বেছি ভাগে পোৱা যায়। মিকুচাৰ ধপাতৰ আহিঁ। পাতবোৰ দীঘল আৰু গাটো আন চাদাৰ দৰে বহল নহয়, ঠেক। সেই ঠাইৰ নাম আলিন্দ্ৰা। ৰাইজে ভাৱে ভক্তিৰে প্ৰভুক তেওঁলোকৰ গাৱঁলৈ গাড়ী সহ লৈ যায়। আৰু যথেষ্ট ৰাইজ লৰা-ছোৱালী বৃদ্ধ যুবা উপস্থিত হৈ শোভা বৰ্দ্ধন কৰিছিল।

তাৰ পৰা সন্ধীয়া সাত বজাত আহ্মদাবাদৰ স্বামী পীঠ পোৱাহি হয়। তাত শিৱ মন্দিৰ, লালা ৰাম মন্দিৰ আছে।

## বিশেষ মন কৰিব লগা

ইয়াত অৰ্থাৎ এই আলিন্দ্ৰাবাদত লোক সমাজৰ ধৰ্ম্ম বিশ্বাস বহুত। সবৈষ্ণৱে সত্ৰাধিকাৰক ৰাইজে আগ্ৰহ অভ্যৰ্থনা জনাই শ্ৰদ্ধা আৰু প্ৰকৃত মানব তথা হিন্দু সমাজৰ আদৰ্শ দেখুৱাইছিল। টকা পইছা গাখীৰ

আলিন্দ্ৰা
বাসীন্দাৰ
ৰাইজৰ চৰিত্ৰ

ঘিউ, চেনি, যব আদি সম্ভাৰ দি শ্ৰদ্ধাৰ নিদৰ্শন দেখুৱায়ছিল। যৱধান দিয়াৰ ভিতৰত প্ৰায় ৩ মোণৰ অধিক হয়। আৰু তেওঁ-লোকেই নিজা নিজা মেচিনত পিহি আটা

কৰি গাড়াত আনি জোগাৰ দিয়ে। মুনিহ তিৰোতা সকলোৱে একাগ্ৰ চিত্ত। ভাষা হিন্দীয়েই বেছি। শিক্ষালয় বিলাক সচৰাচৰে দেখা পোৱা যায়। চলণ-ফুৰণ স্নিগ্ধতা।

এই নগৰ গুজৰাটৰ ভিতৰত প্ৰধান। ইয়াত পশ্চিম ৰেলৰ প্ৰধান ষ্টেচন আছে। ইয়াতো ধৰ্ম্মশালা নিৰ্ম্মণ কৰা আছে। এই নগৰ বহুত উন্নত ও উদ্যোগৰ স্থান। আহ্মদাবাদ নগৰৰ কাষত সবৰমতি নদী আছে। নদীৰ কাষতে মহাত্মা গান্ধীৰ আশ্ৰম আছে। ই এখন প্ৰসিদ্ধ আশ্ৰম।

**আহ্মদাবাদ নগৰ**

নগৰৰ ভিতৰত হিন্দুৰ তীৰ্থ ক্ষেত্ৰ জগন্নাথ মন্দিৰ আছে। ওচৰতে দধিচী মুনিৰ আশ্ৰম পোৱা য়ায়। ইয়াত হিন্দুৰ অনেক দেৱ-দেৱীৰ মন্দিৰ স্থাপিত আছে। জৈনসকলৰ মন্দিৰ নগৰৰ ভিতৰতে। মূল নগৰৰ পৰা কুৰি মাইল আঁতৰত নীলকণ্ঠ মন্দিৰ আছে। এই মঠ শঙ্কৰাচাৰ্য্যৰ আজ্ঞাপৰ। শাওণ মাহত ইয়াত প্ৰতি বছৰে উৎসৱ হয়।

১৭।১।৭০ সেইদিনা নীলকণ্ঠ মন্দিৰৰ প্ৰাঙ্গনত ৰাতি কটাই পুৱা স্নান কৃত্য সমাপন কৰি মন্দিৰ দৰ্শন কৰা হল। সেই মন্দিৰত বাল গোপাল, গায়ত্ৰীদেৱী, শিৱলিঙ্গ, গীতা মণ্ডপ আদিয়েই বিশেষ। মন্দিৰত অতিথি থাকিবৰ কাৰণ অতিথিশালা নিৰ্ম্মাণ কৰি ৰাখিছে। মন্দিৰৰ পাচত আচাৰ্য্য মঠাধিপতি স্বামীসকলৰ সমাধি স্থান বিলাক স্থাপন কৰি ৰাখিছে।

**নীলকণ্ঠ মন্দিৰ**

অকল সেয়ে নহয় অন্যান্য ঠাইতো এনেদৰে সমাধি স্থান সমূহ পোৱা গৈছিল। জৰুৰী ভাবে আজৰি

**আহ্মদাবাদ মন্দিৰ দৰ্শন**

হৈ অন্য মন্দিৰখিনি চাবৰ অভিপ্ৰায়ে যাত্ৰা কৰা হল, থকা ঠাইৰ পৰা মন্দিৰলৈ যথেষ্ট দূৰত্ব আছিল। প্ৰথমেই জগদ্বিশ মন্দিৰত প্ৰবেশ কৰা হ'ল। সেই মন্দিৰত প্ৰসাদ গ্ৰহণ কৰা যায়। সেই মন্দিৰতেই হিন্দু মুছলমানৰ ভীষণ সংগ্ৰাম চলে আৰু হিন্দুৰ দ্বাৰা কিছু মুছলমান লোক আহত হয়।

আহ্মদাবাদত মুছলমানৰ সংখ্যাই বহুত বেছি। স্থানে স্থানে তেতিয়াও ক্ষিপ্ৰভাবে পুলিচৰ তদন্ত চলি থকা দেখা গৈছিল।

**জগদ্বিশ মন্দিৰ**

জগদ্বিশ মন্দিৰত প্ৰভু জগন্নাথৰ মূৰ্ত্তি আছে। শ্ৰীশ্ৰীসত্ৰাধিকাৰক সেই মন্দিৰত আদৰণি জনাই আৰু পাণ্ডাসকলে এখন সুন্দৰ কাপোৰ আৰু টকা ২৫৲ টা সহ সন্মান প্ৰদৰ্শন কৰে। প্ৰবেশ দ্বাৰত "স্বামী" বুলি পৰিচয় পালে ফুলৰ মালা দি আদৰণি জনোৱাৰ প্ৰথা আছে। গুৰুসকলক সেই স্থানত স্বামী বুলি কয়। মন্দিৰৰ পাণ্ডাসকলৰ আদৰ আশ্বাসত সত্ৰাধিকাৰ আনন্দিত হয় আৰু পাণ্ডাসকলৰ প্ৰতি শ্ৰদ্ধা জনায়।

**আহ্মদাবাদ হনুমান মন্দিৰ**

তাৰ পৰা হনুমান মন্দিৰলৈ যোৱা হ'ল। তাত আধুনিক সজ্জাৰে ৰামায়ণৰ প্ৰায় মূৰ্ত্তি সমূহ অঙ্কিত কৰি বিজুলী শক্তিৰে হু-বহু চমৎকাৰ কৰি ৰখা হৈছে। গুহকৰ দ্বাৰা

ৰাম লক্ষ্মণ আৰু সীতাদেৱীৰ পদ প্ৰক্ষালন। লঙ্কা দগ্ধ আদি দৃশ্য অতুলনীয়। যাত্ৰীৰ পয়োভৱ অধিক।

**বেদ মন্দিৰ**

তাৰ পাচত বেদ মন্দিৰত প্ৰবেশ কৰা যায়। তাতো হনুমান মন্দিৰ পোৱা গৈছিল। হনুমানে ভাৰতী আইক নিৰ্ভয় দি থকা দেখা যায়। কিন্তু অৰ্থ হ'লে একো নুবুজিলোঁ। তাত শিৱ লিঙ্গও আছে।

**সৱৰমতি নদীৰ কাষত গান্ধী আশ্ৰম**

ইয়াৰ পৰা কিছু পথ গৈ গান্ধীজীৰ আশ্ৰম পোৱা হয়। এই আশ্ৰম সৱৰমতি নদীৰ ওচৰত। তাত গান্ধী-জীৰ স্মৃতি বহুত পোৱা যায়। গান্ধীৰ নিজ হাতৰ আখৰ সংযুক্ত পুস্তক, সত্যাগ্ৰহ আন্দোলন আদি নানান ক্লেশ ভোগী নিৰ্য্যাতনৰ চিত্ৰ সমূহ দেখা পোৱা যায়। ভাৰতী আইৰ শৃঙ্খল বিদেশীৰ হাতৰ পৰা মুক্তৰ বাবে ভোগ কৰা যন্ত্ৰনা সমূহ প্ৰায় চিত্ৰ পটত প্ৰতিফলিত হৈ থকা দেখা পোৱা গৈছিল। দেখিলে আনন্দৰ পৰিবৰ্ত্তে বিষাদৰ ক'লা ঢাকনিয়ে অন্তৰ ৰাজ্য আৱৰি ধৰেহি আৰু অতীতৰ কথাবোৰলৈ সঘনে যে মনত পৰে—তাত একো সন্দেহ নাই। মহাত্মাগান্ধীয়ে নিজ হাতে কটা সূতা তাতেই দেখাৰ সৌভাগ্য ঘটে।

তাৰ পৰা আহি ৰাতি ১২ বজাত এডোখৰ ৰাস্তাৰ কাষৰ পৰিস্কাৰ ঠাইত ৰজনী যাপন কৰা যায়। স্থানৰ

অধিবাসীসকল প্ৰায় আধুনিকৰ পোহৰ নোপোৱা। গাখীৰৰ কিলো ৭৫ পইছাকৈ পোৱা হৈছিল।

গৌৰা চৰাই বহুত বেচি। দলঙৰ খোৰোং বিলাকত অলেখ পাৰ চৰায়ে সংসাৰ পাতি সুখেৰে থকা দৃষ্টিত পৰিছিল। পশু-পক্ষী বিলাকক কোনো লোকেই অত্যাচাৰ নকৰে আৰু ব্যৱহাৰ নিসিদ্ধ। পোহনিয়া হাঁহ-পাৰৰ দৰে চোতালে ঘৰে ময়ূৰ বিলাক চৰি ফুৰা দেখা গৈছিল সৰু সৰু পাহাৰ কিছুমান ওচৰতে আছে। মানুহৰ পিন্ধন উৰণবোৰ নেপালীবদৰে। পৰিস্কাৰ-পৰিছন্নতা বহুগুণে কম। মূৰত গেৰুৱা কাপোৰৰ পাগুৰি ইত্যাদ বহুটো।

পুৱা বেলাতে দ্বাৰকাভিমুখে ৰাৱনা কৰা ৰাজকোট স্বামী হ'ল। সেই দিনা মাঘ মাহৰ চাৰি তাৰিখ। নাৰায়ণ বিদ্যালয় একাদশী তিথি। ইং ১৮।১।৭০ তাৰিখ। গাড়ী যাব লাগিছে। আহি আহি ৰাজকোট নগৰ পোৱা হয়। তাত এখন বিদ্যালয় আছে নাম "স্বামী নাৰায়ণ" বিদ্যালয় সেই বিদ্যালয়ত সংস্কৃত, ইংৰাজী, হিন্দী আদি প্ৰায় ভাষা সমূহৰ শিক্ষা গ্ৰহণ কৰা হয়। মনোৰম ছাত্ৰ-বাস বিদ্যাগাড়।

ছাত্ৰ সংখ্যা তেতিয়া ১২০০ আছিল। সাধুসকলৰ দ্বাৰা প্ৰভাতত আশন প্ৰানায়াম্ আদি ব্ৰহ্মচৰ্য্য পালনৰ শিক্ষা সমূহ দান কৰা হয়। সাধুসকল যথেষ্ট শিক্ষাৰ উচ্চ শিখৰত বাস কৰা। বাসস্থান সেই বিদ্যাগাড়তেই। গেৰুৱা কাপোৰ

আৰু মুৰত পাগুৰিয়ে তেখেতসকলৰ দেহৰ শোভা বৰ্দ্ধন কৰে। প্ৰত্যেক ছাত্ৰ সকলৰ কপালত

গুজৰাট ৰাজকোট

উৰ্দ্ধপুণ্ড ফোঁট। অধ্যয়নত মগ্ন থকা দেখা যায়। সেই বিদ্যালয় দেখা কৰোতে এঘণ্টা কাল অতিবাহিত হয়। সেই অনুস্থানৰে এজন বিজ্ঞলোকে আমাক বিদ্যালয়ৰ মুখ্য মুখ্য গৃহ সমূহ পৰিদৰ্শন কৰাইছিল।

আমাৰ সহযাত্ৰী সকলক এৰি হথাৎ মই গাড়ীলৈ আহিব লগা হওঁ। এনে অৱস্থাতে প্ৰায় ২৭।২৬ জন মান-ছাত্ৰই আহি মোক আবৰি ধৰেহি আৰু সংস্কৃতৰ দ্বাৰা পাচটা প্ৰশ্ন কৰে। অৱশ্যে সেই সময়ত মোৰ অন্তৰখনত ভয়াবহৰ এটা সৃষ্টিযে নহৈছিল তাক মই এতিয়াও অস্বীকাৰ কৰিব নোখোজো। যিহেতু সংস্কৃতত কথাকোৱা মোৰ বিশেষ অভ্যাস নাছিল। তেওঁলোকে আমাক অসমৰ বহু কথা সুধিছিল। আমালোকেও অসমৰ বিষয়ে জনোৱাত তেওঁলোক সন্তুষ্ট হৈছিল। তাত সকলো জনকে খাবৰ

(গুজৰাট) জুনাগড় নগৰ

কাৰণে ছাত্ৰসন্থাৰ তৰফৰ পৰা গৰু গাখীৰ ৫ কিলো, জাহাঁজী কল, চেনি আদি আমাৰ গাড়ীত দিছিলহি। তাৰপৰা গৈ জুনাগড় নামৰ নগৰ পোৱাগৈ হয়। তাত স্বামী-নাৰায়ণ মন্দিৰ দৰ্শন কৰা হয়। সেই মন্দৰি পূৰ্ব্বীয় হিন্দুৰ ঐতিহ্য সম্পত্তি। মন্দিৰ মাৰ্ব্বল পাথেৰেৰে নিৰ্ম্মিত।

একাষত হৰিকৃষ্ণ মহাৰাজ মন্দিৰ আৰু আনকাষে ৰাধাৰমন মন্দিৰ অৱস্থিত। লগত ৰাধা দেৱী আৰু বাওঁফালে সিদ্ধেশ্বৰ মহাদেৱ আৰু পাৰ্ব্বতী। সোঁমাজত ত্ৰিবিক্ৰম ৰায় আৰু ৰণচোৰ কৃষ্ণমূৰ্ত্তিয়ে বিৰাজ কৰি আছে।

মন্দিৰ সমূহ

ৰণচোৰৰ অৰ্থ হ'ল জৰাসন্ধৰ যুদ্ধত পৰাস্ত হৈ পলাই আহি দ্বাৰকাত থকাৰ বাবে ৰণচোৰ নামদি ভক্তসকলে বিগ্ৰহ স্থাপন কৰে। মূৰ্ত্তিৰ ৰূপ দেখি বিয়া মোহ লাগে। প্ৰায় অংশ সোনেৰে পোত খাই থাকে। আনফালে ঘণশ্যাম মূৰ্ত্তিয়ে মাতো মাতো হৈ থকা দেখা যায়। মন্দিৰৰ প্ৰবেশ দ্বাৰত একাষে গণেশ আৰু আনকাষে বান্দৰ সকলৰ সহিত হনুমান অৱস্থিত। ইয়াৰ বাহিৰেও সেই মন্দিৰত বহুত মূৰ্ত্তি।

ওচৰতে পাহাৰৰ ওপৰত বাঘ্ৰেশ্বৰী মহামায়াৰ মন্দিৰ অৱস্থিত। শিলৰ দ্বাৰা নিৰ্ম্মিত। সিংহ বাহিনী দেখা গৈছিল। এই মন্দিৰ তুঙ্গভদ্ৰা নদীৰ ওচৰত। ইয়াত দেৱীৰ পূজন বিশেষ ভাবে হয়। এই দেৱীয়েই পৰশুৰামৰ মাতৃ বুলি প্ৰখ্যাত। পৰশুৰামে পিতৃ আজ্ঞামতে মাকক শিৰচ্ছেদ কৰে আৰু পুত্ৰৰ কাৰ্য্যত পিতৃ প্ৰসন্ন হৈ বৰ দান দি পুনৰ মাকক জীৱিত কৰিছিল। য'ত তেওঁৰ মূণ্ড পৰিছিল সেই স্থান আৰু বিভিন্ন স্থান সমূহত সেই মন্দিৰ নিৰ্ম্মাণ কৰি ৰাখে।

বাঘ্ৰেশ্বৰী মন্দিৰ

তাৰ পৰা অৱসৰ হৈ পাহাৰৰ ওপৰত বিৰাজী থকা দত্তাত্ৰেয় অম্বা, মীৰা, আদি মন্দিৰ সমূহ দৰ্শন কৰা হয়। সেই মন্দিৰ বহুত ওপৰত অৱস্থিত। ভৈয়ামৰ "দত্তাত্ৰেয়"অম্বা- পৰা চাৰি মাইল পৰ্ব্বতলৈ উঠিব লগা মীৰা আদি মন্দিৰ হয়। মন্দিৰলৈ উঠা পথত ১৪০০০ হেজাৰ খাপ যাব লাগে। স্থানৰ নাম "গীৰণাৰ" বাঘ, সাপ, গাহৰী, ময়ূৰ আদি অনেক পশু পক্ষীয়ে পাহাৰত বিচৰণ কৰে। আমি উঠি গৈ সমান অংশ পাওঁতেই এটা শকত আকাৰৰ মূগা ফেটি সাপ সমুখত উপস্থিত হয়। সাপৰ আকাৰ আৰু ফণা বহুগুণে ডাঙৰ আছিল। আমি আৰু ওপৰলৈ নগৈ, তাৰপৰাই উলটি আহিব লগা হওঁ। সময়ো সন্ধিয়া হবলৈ বৰ বেছি নাছিল। ম'ৰা চৰাই বহুত পোৱা গৈছিল। তাত ওপৰলৈ চাঙিৰে কঢ়িয়াই নিয়া মানুহ আছে। কোনো লোক খোজ কাঢ়ি যাব নোৱাৰিলে, দুজন মানুহে সেই চাঙত বহুৱাই লৈ যাই। অহা যোৱা খৰছ—(৫২'০০) বাৱন্ন টকা দিব লাগে। সমভূমিত ধৰম-শালাৰ সমীপতেই খোৱা-মেলাৰ ব্যৱস্থা কৰি তাৰ পৰা

গীৰণাৰ গুজৰাত

৭২মাইল আঁতৰত থকা দ্বাৰকাপীঠ প্ৰভা-প্ৰভাস তীৰ্থ মলৈ যাত্ৰা কৰা হ'ল। তেতিয়া ৰাতি দহ বাজে। আহি আহি ৰাতি এক বজাত

গুজৰাট

প্ৰভাষ পোৱাহি হ'ল আৰু ৰাতি কৃষ্ণদেৱৰ সমাধিস্থান, শিশু অশ্বথৰ তলত শয়ন কৰা হৈছিল।

সেই দিনা ১৯।১।৭০ তাং। পুৱা স্নানৰ ব্যৱস্থা কৰা হয়। পাণ্ডাসকলে আহি দেখা সাক্ষাত কৰেহি। ইয়াত হিৰণ্যা, সৰস্বতী, কপিলা এই তিনি নদী মিলিত হৈ ত্ৰিবেণী নামলৈ সাগৰত পৰিছেগৈ। ইয়াত অৰ্য্যমাদি পিতৃসকলৰ পিণ্ড আৰু অস্থি দান কৰিব লাগে। শ্ৰীকৃষ্ণদেৱে ব্যাধৰ শৰত দেহত্যাগ কৰা, দেহটি নি শিশু অশ্বথ বৃক্ষৰ তলত অৰ্জ্জুনে সংস্কাৰ কৰাৰ নিদৰ্শন দেখা গৈছিল।

ত্ৰিবেণী

ওচৰতে বলোৰাম পাতাললৈ যোৱা গুহা আৰু বট-বৃক্ষ দেখা গৈছিল। সেই বৃক্ষ জোপাৰ কাষেদিয়েই পাতালৰ সুৰঙ্গটি দেখা পোৱা যায়। শিশু অৱস্থাৰেই আহঁত জোপা দেখিবলৈ পোৱা যায়। যদিও নিচেই চুটি চাপৰ, কিন্তু আয়তনত বহুত ডাঙৰ। পকা কৰি চাৰিওফালে চৰকাৰে সুৰক্ষিত ভাবে ৰাখিছে। কাষতে হিন্দী আখৰেৰে শ্ৰীকৃষ্ণৰ সমাধি স্থান বুলি লিখা আছে। ওচৰতে শকত এজোপা মহানিম গছ। সেই আহঁত গছজোপাত যাত্ৰীসকলে যজ্ঞোপবীত দান কৰে। তাৰ পৰা "সোমনাথ" মন্দিৰ দৰ্শনৰ কাৰণে যোৱা হ'ল। সেই মন্দিৰ সাগৰৰ দাঁতিত অৱস্থিত।

সোমনাথ মন্দিৰ

## সোমনাথ মন্দিৰৰ অৰ্থ

সোমনাথ অনাদী তীৰ্থ। প্ৰজাপতি দক্ষৰ সাতাইছ গৰাকী কন্যা আছিল। যেনে—নক্ষত্ৰ সমূহ। এই সাতাইছ গৰাকী কন্যাকে চন্দ্ৰদেৱতালৈ বিবাহ দিয়ে। কিন্তু সকলোতকৈ ৰোহিনীৰ প্ৰতি চন্দ্ৰৰ আকৰ্ষণ বেচি। বাকী চাবিছ জনিক সিমান শ্ৰদ্ধা নকৰে। সেইহেতু এটাইকেইজনি কন্যাই পিতৃ দক্ষৰ ওচৰত আপত্তি জনাই ক্ৰন্দন কৰিলত দক্ষ চন্দ্ৰৰ ওচৰলৈ গৈ এই কথা বিবৰি ক'লেগৈ, দক্ষৰ কথাত চন্দ্ৰ মান্তি হবলৈ অস্বীকাৰ কৰে। দক্ষ ক্ৰোধান্বিত হৈ, ক্ষয় ৰোগ হবৰ কাৰণে চন্দ্ৰক অভিশাপ দিয়ে।

**সোমনাথ মন্দিৰ**

উপায় নেপাই চন্দ্ৰই প্ৰভাষ ক্ষেত্ৰলৈ গৈ নিৰলা স্থান সাগৰৰ কাষত শিৱ আৰাধনাত নিমগ্ন হয়। মহাদেৱ চন্দ্ৰৰ প্ৰতি প্ৰসন্ন হৈ চন্দ্ৰক মুক্ত কৰে আৰু সেই অবধি মন্দিৰ স্থাপিত কৰি সোমনাথ নাম দি বৃহৎ লিঙ্গ প্ৰতিস্থা কৰে। (সোম অৰ্থাৎ চন্দ্ৰ) সোমনাথ মন্দিৰ আৰব সাগৰৰ নিচেই দাঁতিতে বহুত ডাঙৰ আৰু সৌন্দৰ্য্য প্ৰধান মন্দিৰ। তাত সোমনাথ শিৱ লিঙ্গ আছে। লিঙ্গজনা বহুত ওখ-শকত। ভিতৰৰ মাৰ্ব্বল পাথৰৰ বেৰ বিলাকত অষ্টাদশ গীতা লিখি থোৱা আছে। প্ৰদক্ষীণ কৰিব পৰা সুন্দৰ ব্যৱস্থা। সাগৰৰ কাষত সুন্দৰ গাঠনিৰে শিলৰ প্ৰাচীৰ নিৰ্ম্মাণ কৰা আছে। কাষত সুন্দৰ ৰং-বিৰঙৰ ফুলনীৰে সোশোভিত।

সোমনাথ মন্দিৰত চুলতানৰ অত্যাচাৰ

যাত্ৰীসকলে সাগৰৰ দৃশ্য চাই তৃপ্তি সাধন কৰিব পৰাকৈ শিলৰ বেঞ্চবিলাক সজাই ৰখা আছে। উক্ত মন্দিৰ বিজাতীয় অত্যাচাৰত কেইবাবাৰো ক্ষতিগ্ৰস্ত হয় আৰু তাত থকা মূল্যবান পদাৰ্থ সমূহ সোণ ৰূপ হীৰা আদি বস্তু বিলাক লুত পাত কৰি লৈ যায়। ভাৰত স্বাধীন হোৱাৰ পাচত চৰ্দ্দাৰ বল্লভভাই-পেটেল, ৰাষ্ট্ৰপতি ডঃ ৰাজেন্দ্ৰ প্ৰসাদ আদি মনিষি সকলৰ চেষ্টাত মাৰ্ব্বল পাথেৰেৰে পুনৰ নিৰ্ম্মাণ হয়। বৰ্ত্তমানেও কাম চলি থকা দেখা গৈছিল। তাৰ পৰা সাৰদা মঠলৈ যোৱা হ'ল। তাতে পিতৃ পুৰুষ সকলৰ পিণ্ডাদি দান কৰা হয়। সেই ঠাইলৈ সোমনাথ মন্দিৰৰ পৰা অলপ দূৰ। পিণ্ডদান কৰি আজৰি হওঁতে এক বাজে।

সাবদা মঠ ত্ৰিবেণী।

সেই সাৰদা মঠ গুজৰাটৰ ডাকোৰত থকা শ্ৰীমৎশঙ্কৰাচাৰ্য্যই নিৰ্ম্মাণ কৰোৱা। সেইবিলাক মূল মঠৰ শাখা স্থান। পিণ্ডাদি দানৰ অৱসানত সাৰদা মঠলৈ যোৱা হ'ল। তাতে আহাৰাদিৰ ব্যৱস্থা কৰা হৈছিল। আৰব সাগৰত হিৰন্যা, সৰস্বতী, কপিলা, এই তিনিখন নদী পৰাৰ বাবে ত্ৰিবেণী নাম পাইছে। তাত শিৱমন্দিৰ ৰামমন্দিৰেই প্ৰধান। ভাষা গুজৰাটি আৰু হিন্দী।

আমাৰ গাড়ীখনৰ সাধাৰন অংশ এটা মেৰামতি কৰিবৰ কাৰণে কাৰখানালৈ নিয়া হ'ল আৰু গধূলী সাত

বজাত আহি গাড়ী উপস্থিত হয়হি। ইয়াৰ পৰা এই ঠাই এৰি মাধৱপুৰলৈ ৰাৱনা কৰা হ'ল। এই ঠাইটো গুজৰাটি ভাষাই বেছি প্ৰচলন।

হয়গ্ৰীৱ মাধৱপুৰ
গুজৰাট

ৰাতি বাৰ বজাত মাধৱপুৰ উপস্থিত হওঁ। তাত উপাস্য দেৱতা "হয়গ্ৰীৱ মাধৱ। ৰাতি সেই মন্দিৰৰ কাষতে থকা হ'ল। সেই দিনা আহাৰ কৰা নহৈছিল। মন্দিৰত ঘোঁৰাৰ প্ৰতিমূৰ্ত্তি স্থাপিত আছে।

২০।:।৭১ এই ঠাইক জুনাগড় বুলি কয়। বাসীন্দা প্ৰজাসকলৰ চলণ-ফিৰণ একেবাৰে নেপালীৰ দৰেই। ভৰিত ঠেঙা, মূৰত টুপী, গাত অপৰিস্কাৰ চোলা। ধুতি ব্যৱহাৰ সমূলি দেখা নহৈছিল। এই অঞ্চলত তিৰুতাসকলৰ ৰূপ সজ্জা সিমান উল্লেখযোগ্য নহয়। কিন্তু কাম কাজত পুৰুষৰ দৰেই সম অংশ গ্ৰহণ কৰা দেখা যায়। আনকি পুৰুষৰ লগত সমানে পকাঘৰৰ গাথণি দিয়া আৰু অন্যান্য সকলোৰকমৰ কাম কৰা দেখা গৈছিল। এই ঠাইৰ গৰু বিলাক ওখ আৰু শকত ডাঙৰ। ইয়াত উটৰ ব্যৱহাৰ বেছি। উট বিলাকেৰে বোজাই কঢ়িয়াই। এটা উটে ১২ মোন পৰিমিত পিঠিত বোজা লয়। তাৰ বাজেও গাড়ী টানে। ছাগলীৰ সংখ্যাও অধিক। উদ্ভিদৰ ভিতৰত কুহিয়াৰ, কপাহ, নহৰু, গম, যৱ, নাৰীকল, আদিয়েই বেছি। ঘৰ বিলাক শিল আৰু ইটাৰে নিৰ্ম্মিত।

জুনাগড়
স্থানৰ বৰ্ণনা

তাৰ লোক সকল হয়গ্ৰীৱ মাধৱৰ উপাসক। গাধৰ পাল অধিক।

**জুনাগড়ৰ বিৱৰণঃ—** গিৰণাৰত ই অতি উচ্চ পৰ্ব্বত। ইয়াৰ নাম ৰৈৱত গিৰি বুলিও কয়।

শ্ৰীশ্ৰীবলোৰাম গোসাঁয়ে ইয়াতেই দিবিড়ৰ প্ৰাণ সংহাৰ কৰিছিল। পূৰ্ব্বে যদু বংশী সকলে ইয়াত আহি মহোৎসৱ কৰি তৃপ্তি সাধন কৰেহি।

পশ্চিম ৰেল আহমদাবাদ হৈ দিল্লীয়েদি মেহচানা ষ্টেচন হৈ এটা লাইন সুৰেন্দ্ৰ নগৰলৈ গৈছে। সুৰেন্দ্ৰনগৰৰ পৰা ৰাজকোট ষ্টেচন পাবগৈ পাৰি। ৰাজকোটৰ পৰা জুনাগড়লৈ এশ মাইলৰ ভিতৰত পৰে। ইয়াটো যাত্ৰী থাকিব পৰা ধৰমশালা আছে।

সেই ঠাইতে খাই লৈ ১১ বজাত দ্বাৰকা অভিমুখে ৰাওনা হৈ এক বজাত পোৰবন্দৰ পোৱা গৈ হ'ল।

পোৰবন্দৰেই মহামানৱ মহাত্মাগান্ধীৰ জন্মস্থান, পোৰবন্দৰ সাগৰৰ দাতিয়েদিয়েই পথ আছে। বাটত বহুত ভেড়াৰ পাল পোৱা যায়। সৰহীয়াকৈ একো ঘৰৰ বহুত ভেড়াছাগলী থকাৰ বাবে কিছুমান ভেড়াৰ গাত ৰং লগাই চিন দিয়া দেখা গৈছিল। সাগৰৰ পাৰত বহুত ঘৃতকুমাৰী অৰ্থাৎ ছাল কুঁৱৰীৰ গছ পোৱা হয়।

আহি মহাত্মাগান্ধীৰ জন্মস্থান "ভৱন" পোৱাহি হ'ল সমীপতে সুদামা মন্দিৰ। সুদামা মন্দিৰক বিপ্ৰ দামোদৰ

মন্দিৰো বোলা হয়। বিপ্ৰ দামোদৰৰ আখ্যান মহাপুৰুষৰ কীৰ্ত্তনত বিশেষ ভাৱে পোৱা যায়। সেই মন্দিৰত প্ৰবেশ কৰা হয়। মনোৰম মন্দিৰ। বিপ্ৰ দামোদৰৰ মূৰ্ত্তি আৰু বেৰত অঙ্কিত কৰি ৰখা চিত্ৰ সমূহ দেখা গৈছিল। মন্দিৰৰ

**চৌৰাশীপথ বা চৌৰাশী চক্ৰ**

চোতালত চৌৰাশীটা নৰ্ক কুণ্ড জন্মৰ পাক সমূহ অঙ্কিত কৰি ৰখা আছে। তাৰ পাক বিলাক আচৰিত ভাৱে অঙ্কিত। সেয়ে শিলেৰে নিৰ্ম্মান কৰা তাৰ পাকে পাকে প্ৰবেশ কৰি একাদিক্ৰমে অন্য দ্বাৰেদি মুক্ত হবগৈ পাৰি। সেই চক্ৰত ভক্তি ভাৱে প্ৰৱেশ কৰিলে আৰু মৰ্ত্ত্যত জন্ম লব লগা নহয় বুলি শুনিবলৈ পোৱা গৈছিল। কিন্তু সেই অঙ্কিত ৰেখাৰ পাক ভুল হলে মধ্যস্থানতে ঘূৰি ফুৰি আকৌ সেই প্ৰবেশ দ্বাৰত ওলাবগৈ লগা হয়। তাৰ পৰা ওলাই আহি কাষতে ৰখা এটা বাকচত যথা সাধ্য দক্ষিণা দান কৰিব লাগে। সেয়ে যাত্ৰীৰ অভিৰুচি ক্ৰমে নিৰ্ভৰ কৰে।

বিপ্ৰদামোদৰ মন্দিৰৰ পৰা আহি জাতীৰ পিতা গান্ধীজীৰ জন্মগৃহ দৰ্শনৰ কাৰণে যোৱা হ'ল। অলপ দূৰ গৈ সেই ভৱনৰ প্ৰবেশ দ্বাৰ পোৱাগৈ হয়। প্ৰথমেই আহল বহল মুকলি চোতাল এখন মাৰ্ব্বল পাথৰেৰে নিৰ্ম্মান কৰি থোৱা পোৱাগৈ হয়। তাৰ মধ্যতে এটা স্তম্ভৰ ওপৰত, হাতত গীতা পুস্তকলৈ মহাত্মাজীক থকা দেখা যায়।

তাতেই প্ৰায় লোকে ফুলৰ মালা কিনি লৈ মহাত্মাৰ প্ৰতি মূৰ্ত্তিত দি ভক্তি নিবেদন কৰে। তাৰ পৰা মুল গৃহলৈ গৈ প্ৰথমেই সমুখত প্ৰায় ৪ ফুট ওখকৈ অঙ্কিত কৰি ৰখা মহাত্মাৰ আৰু তেওঁৰ পৰিবাৰ কস্তুৰী

**গান্ধীগৃহ দৰ্শন !** বাইৰ উভয়ৰ চিত্ৰ দুটা চকুত পৰে। সেই সময়ত এটা কথা মনলৈ নাহি নোৱাৰে যে সেই স্মৰনীয় স্বাধীনতাৰ দিনটো আৰু নাঠুৰামে কৰা নিৰ্ম্মম হত্যাকাণ্ড। সেই কথা মনত পৰি চকুলো ওলাবৰ উপক্ৰম হৈছিল। সেই গান্ধীভৱনত বৰ্ত্তমান কোনোলোকেই থকা দেখা নগৈছিল। কেৱল এগৰাকী প্ৰবীনা আই আহি আমাক ভিতৰৰ সমুদায় অংশ দেখুৱায় দিছিল।

প্ৰথমেই মহাত্মাৰ জন্মহোৱা স্থান আমাক দৃষ্টি গোচৰ কৰাইছিল। সেই স্থান ৰঙা ৰঙেৰে অঙ্কিত কৰি মাজত ৰেখা সংযুক্ত নানান ফুল চতিয়াই থোৱা দেখা গৈছিল। সমুখত তেখেতৰ পিতৃ মাতৃ উভয়ৰ বহুত ওখ আকাৰৰ ছবি দেখিবলৈ পোৱা যায়। সেই ভাগ্যৱান ভাগ্যৱতী পুৰুষ প্ৰকৃতি দুজনালৈ পিতাত

**গান্ধী গৃহ দৰ্শন !** কৈয়ো অধিক ভক্তি জন্মিছিল। তেখেতৰ মুকলি চ'ৰাত প্ৰৱেশ কৰি দেখা গ'ল যে কেচুৱা অৱস্থাৰ, ডেকা বয়সৰ বন্ধু-বান্ধৱৰ লগত আৰু ডাঙৰ, ডাঙৰ লোক সকলৰ লগত আলাপ আলোচনা কৰি থকা অতীতৰ ফটো বিলাক দেখা পাই মনলৈ কি ভাব আহিছিল

তাক ভাব আৰু ভাষাৰে বৰ্ণনা কৰিবলৈ অক্ষম। যাই হওঁ
আলমাৰিত শাৰী শাৰী কৈ ঠাকে ঠাকে পৰি পাতি ভা
নম্বৰ দি ৰখা পুস্তক সমূহ দেখা পোৱা গৈছিল। তেখে
সৰুকালত অধ্যয়ণ কৰা পুস্তকাদি অনেক সম্পদ সে
আলমাৰিতে আছে বুলি আই গৰাকীয়ে আমাক কৈছিল
তেখেতৰ হাতে লিখা হিন্দীআখৰৰ আইনাৰে বন্ধাই থো
এখন লিখনি দেখা পোৱা গৈছিল। তাত নীতি শিক্ষা
কথা লিখা আছে। সময় অতি কম হোৱাৰ বাবে দৰ্শনী
আৰু বহু কথা দেখাৰ সৌভাগ্যৰ পৰা বঞ্চিত হব লগ
হওঁ। সেই গৃহত আৰু অন্যলোক থকা নথকাৰ কথা বুজি
পৰা নহল। অৱশেষে সুহৃদৰ পৰা অহা যাত্ৰী সকলে সে
পবিত্ৰ আশ্ৰমতে থকা মেলা কৰে। পাথৰৰ নিৰ্ম্মিত দো
আকাৰৰ গৃহ। যথেষ্টই আহল বহল। প্ৰায় দুশ জন লো
সেই গান্ধী আশ্ৰমত নিৰাপদে থাকিব পাৰিব বুলি অনুমান হয়।

পোৰ বন্দৰত ফল মূল জাতীয় বস্তুৰ মূল্য কম আৰু
যথেষ্ট পোৱা হয়। তাৰ জাহাঁজী কল, আৰু বগৰী অতি
সোৱাদ। এক টকাৰ জাহাজী কল ৩২।৩৬ টা আৰু বগৰী
কিলো ৩০ পইচা হিচাপে পোৱা হৈছিল। নগৰ চাই-চিতি
দ্বাৰকা অভিমুখে গাড়ী এৰিবলৈ যো-জা কৰা হয়।

আহি আহি দ্বাৰকাৰ প্ৰায় ওচৰা ওচৰি পোৱাহি
গ'ল। সাগৰৰ কাষে কাষে বহুতো খেতিৰ পথাৰ পো
গৈছিল। পোৰবন্দৰ এৰি আহি সাগৰৰ পাৰত ৰাস্তা

**দ্বাৰকা ধাম যাত্ৰা**

কাষতে এটা চৌদা-চাবোন তৈয়াৰ কৰা ফেক্টৰী পোৱাহি হয়। তাৰ পৰা বায়ু বেগে গৈ দ্বাৰকাৰ টোৰণ দ্বাৰ পোৱা যায়। তেতিয়া প্ৰায় চাৰে ছয় বাজে। তাত দ্বাৰকা ধামলৈ সোমোৱাৰ পাছ লব লাগে। প্ৰতি টিকতৰ মূল্য ৩০ পইচা। পইচা সমূহ পঞ্চায়ত কৰ্ম্মীয়ে গ্ৰহণ কৰে। অলপ আহিয়েই দ্বাৰকাৰ মন্দিৰ দেখাৰ সৌভাগ্য ঘটে।

**দ্বাৰকা মন্দিৰ প্ৰবেশ আৰু দৰ্শন**

মন্দিৰত প্ৰৱেশ কৰা যায়। তেতিয়া সান্ধ্য আৰতি চলিবৰ উপক্ৰম হয়। হৰেক ৰকমৰ নানান সজ্জিত মূৰ্ত্তি বিগ্ৰহ সকল দেখিবলৈ পোৱা যায়। মুল দ্বাৰকা মন্দিৰত তলত নাম দিয়া মূৰ্ত্তি সকলক দেখাৰ সৌভাগ্য ঘটে। যেনে :—

**গুজৰাট**

১। দ্বাৰকানাথ ২। ত্ৰিবিক্ৰম ৩। বলোৰাম ৪। দৈৱকীদেৱী ৫। বেনুমাধৱ ৬। ৰাধা কৃষ্ণ ৭। জাম্বৱতী ৮। ৰাধিকা দেৱী ৯। লক্ষ্মী মা ১০। গোপালকৃষ্ণ ১১। লক্ষী-নাৰায়ণ ১২। সত্যভামা ১৩। সৰস্বতী ১৪। অম্বীকা দেৱী ১৫। গায়ত্ৰী ১৬। প্ৰদ্যুম্ন ১৭। আশাপুৰা দেৱী ১৮। নীলকণ্ঠ ১৯। সত্যনাৰায়ণ ২০। ৰামেশ্বৰ ইত্যাদি।

মন্দিৰত যাত্ৰীৰ ভিৰ বহুত। তাৰ ভিতৰত মহিলাৰ সংখ্যাই অধিক। ৰাতি সন্ধ্যা আৰতি চাই সেৱা কৰি মন্দিৰৰ কাষতে থকা দ্বাৰকাপীঠ শঙ্কৰাচাৰ্য্যৰ মঠতে থকা হয়।

২১|১|৭০ প্ৰভাততে স্নান কৰি নিত্য ক্ৰিয়া সমাপনৰ পাচত দ্বাৰকানাথ দৰ্শন কৰা যায়। মন্দিৰৰ সকলো অংশ চাই আশে পাশে থকা মন্দিৰ সমূহ দৰ্শনৰ বাবে পদব্ৰজে যোৱা হ'ল। দৰ্শনীয় মন্দিৰ সমূহ

দ্বাৰকা ধাম পৰিক্ৰমা গুজৰাট

হল ১। ভদ্ৰকালি ২। সিদ্ধেশ্বৰ মহাদেৱ ৩। সাবিত্ৰী ৪। দামোদৰ ৫। লক্ষ্মী-নাৰায়ণ ৬। ৰুক্মিণী দেৱী ৭। জ্ঞান কুণ্ড ৮। কৰ্কলাজ কুণ্ড ৯। নাগেশ্বৰ ১০। গোপী শালা ১১। বেদ দ্বাৰকা ১২। গণেশ ১৩ গঙ্গা মা ১৪। যমুনা ১৫। হনুমান ১৬। কুশেশ্বৰ আদি অলেখ মূৰ্ত্তি আৰু মন্দিৰ দৰ্শন কৰি সাগৰৰ পাৰে পাৰে সৌন্দৰ্য্য উপভোগ কৰা হয়। সাগৰৰ দাঁতিতে গান্ধী পাৰ্ক সুন্দৰ ভাবে নিৰ্ম্মাণ কৰি ৰখা আছে। এটা স্তম্ভৰ ওপৰত গান্ধীৰ প্ৰতিমূৰ্ত্তি মাৰ্ব্বল পাথৰেৰে কাটি থোৱা আছে। সাগৰৰ এটা সোমোৱা সুতীত মাছবিলাকৰ সৌন্দৰ্য্য দেখি মনত বহুত আনন্দ লাগিছিল। সেই ঠাইত মাছ ব্যৱহাৰ কৰা নহয়। হাতত খোৱা বস্তু নি মাছক দিলে হাততে খায়হি। নানান তৰহৰ মাছবিলাকে

দ্বাৰকা ত্যাগ

কোনো ভয় সংশয় কৰা নাছিল। দ্বাৰকাৰ সৌন্দৰ্য্য চাই থাকোতেই সন্ধ্যা হয় বাজে। ৬-৩০ বজাত গাড়ী দ্বাৰকাৰ পৰা এৰা হয়। ৩৫ মাইলৰ আঁতৰত "আজ্ঞাখৰি" নামৰ এডোখৰ ঠাইত সুচল

বেদ দ্বাৰকা ধাম

পাই চাহ জলপান আদি খোৱাৰ ব্যৱস্থা কৰা হ'ল। খাই বৈ পুনৰ ১১ বজাত গাড়ী এৰা হয়। কিছুদুৰ আহি বেদ দ্বাৰকা পোৱাহি হয়। তেতিয়া প্ৰায় এক বাজে। পথৰ কাষতে থকাৰ ব্যৱস্থা কৰা হয়।

## বিশেষ পৰিচয়।

দ্বাৰকা ভাৰতৰ ভিতৰত এক অতুলনীয় স্থান, বোম্বৰ পৰা দ্বাৰকালৈ ৰেল পথে ৩৪২ মাইল দুৰ পৰে। বোম্বৰ পৰা দ্বাৰকালৈ অহা মেলাৰ ৰেল আৰু জাহাঁজৰ সুন্দৰ ব্যৱস্থা আছে। দ্বাৰকা মন্দিৰৰ পৰা দ্বাৰকা ষ্টেচনলৈ দুমাইল পথ যাব লাগে। ইয়াতো যাত্ৰী থাকিব পৰা সুন্দৰ ব্যৱস্থা আছে। ৰেল ষ্টেচনৰ ওচৰত দুটা ধৰ্ম্মশালা পোৱা যায়। তাত বহু যাত্ৰী একেলগে থাকিব পাৰে। ইয়াটো পিণ্ডাদি দানৰ ব্যৱস্থা আছে। কিন্তু এই ঠাইত চোৰ ডকাইতৰ কাৰণে সতৰ্ক থকা প্ৰয়োজন। নানান স্থানৰ পৰা অহা বহু সংখ্যক লোকে ইয়াত বাস কৰে। নিম্ন শ্ৰেণীৰ লোকসকলে এনে নিচ্ বৃত্তিৰ আশ্ৰয়ত জীৱন নিৰ্ব্বাহ কৰে। ইয়াৰ মানুহৰ মধুবাক্যত বিশ্বাস কৰা সকলৰ বিপদ হোৱাটো স্বাভাবিক।

পোৰবন্দৰৰ পৰা দ্বাৰকালৈ বহুত বাট নহয়। ভগবান শ্ৰীকৃষ্ণ মঠুৰাৰ পৰা এই দ্বাৰকালৈ প্ৰথমেই

আহিছিল। ইয়াত অলেখ মন্দিৰ আছে। মানুহৰ বসতি ঘন। মহিলা সকলৰ প্ৰতিপত্তি এই স্থানত অধিক। ইয়াৰ পৰা কিছুদূৰত গোপীকুণ্ড, ভেট দ্বাৰকা, শঙ্খদ্বাৰ তীৰ্থ, আদি বহুত তীৰ্থস্থান অৱস্থিত। দ্বাৰকা ধামৰ আয়তন চাৰিশ ক্ৰোশ। দ্বাৰকা প্ৰদক্ষিণ কৰা যাত্ৰী সকলৰ কৰ্ত্তব্য। দ্বাৰকাত ঠাণ্ডাৰ প্ৰকোপ অধিক।

২২।১।৭০ তাং পুৱা শয়ণ শৰ্য্যা এৰি সমীপতে থকা চৰকাৰৰ সুৰক্ষিত পানী যোগানৰ "পুস্কৰত" স্নান কৰি খোৱা লোৱাৰ ব্যৱস্থা কৰা হয়। এই ঠাইত ম'হ, ভেড়াছাগলী, ৰামছাগলীৰ পাল বহুত বেছি। গৰুৰ পালো কম নহয়। গৰুবিলাক বহুত ওখ, দেখিবলৈ মনোৰম। খেতি বাতি বাণিজ্যৰ উপযুক্ত ঠাই। ইয়াতো শিৱমন্দিৰ আৰু ৰামমন্দিৰ আছে। ভাষা গুজৰাটি। ইয়াতো উটৰ গাড়ী বহু ভাগে দেখা পোৱা গৈছিল। মানুহৰ মায়া বোলা বস্তুটো বহুত কম পৰিমাণে দেখা যায়। গাখীৰৰ কিলো ·৫০ পইচা। ইয়াত পোৱা নদীখনৰ নাম চচৈ।

তাতে খোৱা লোৱা কৰি জাম নগৰৰ ফালে যাত্ৰা কৰা হয়। জাম নগৰ পাওঁতে প্ৰায় এক বাজে। তাত তিনি ঘণ্টা কটাই প্ৰায় চাৰি বজাত পুনৰ গতি

**জাম নগৰ** কৰি "পাদ দৰি" নামৰ বজাৰ পোৱাহি হয়।
**গুজৰাট।** ই জাম নগৰৰ অন্তৰ্গত। তাত বিশেষ মন্দিৰ নাই।

## সংক্ষিপ্ত পৰিচয়।

ৰাজকোটৰ পৰা জাম নগৰলৈ এখন বাছ চলে। ইয়াৰ পৰা ৰাজকোটলৈ ৪২ মাইল দূৰ। সৌৰাস্ত্ৰ ইয়াৰ প্ৰধান নগৰ। ইয়াত বল্লভ সম্প্ৰদায়, বৈষ্ণৱ আৰু জৈন সকলৰ মন্দিৰ পোৱা যায়। আয়ুৰ্ব্বেদ চিকিৎসাৰ গৱেষণাগাৰ কেন্দ্ৰীয় চিকিৎসালয় "প্ৰয়োগ শালা" নামে ইয়াত বহুত আয়ুৰ্ব্বেদ চিকিৎসালয় আছে। ঔষধ গছ সমূহো ইয়াত খেতি কৰে। পাণ্ডু ৰোগ চিকিৎসাৰ বিশেষ কেন্দ্ৰ স্থান। ইয়াত এটা ৰেল ষ্টেচন আছে।

**সুৰেন্দ্ৰ নগৰ**

ইয়াৰ পৰা সুৰেন্দ্ৰ নগৰলৈ যাত্ৰা কৰা হয় আৰু ৰাতি সুৰেন্দ্ৰ নগৰ পোৱাগৈ হয়। তাত থকাৰ কোনো বিশেষ সা-সুবিধা নথকাৰ বাবে অলপ দূৰ আহি পথৰ কাষত সুবিধা স্থানত ৰাতি থকাহি হ'ল।

**পিথুগড়**

**গুজৰাত**

২৩।১।৭০ ৰাতি থকা স্থান ডোখৰৰ নাম পিথুগড়। তাত হিন্দুৱেই অধিক। তাতেই খোৱা লোৱা সাং কাৰ আজমীৰ পথে ৰাৱনা কৰা হয়। ইয়াত এটা দেৱী মন্দিৰ আছে। ভাষা গুজ-ৰাটিয়েই। খেতি-বাতি মানুহৰ অৱস্থা সম্পূৰ্ণ টনকিয়াল। ইয়াৰ পানী লুনীয়া। এই ঠাইত আমাৰ অসমৰ "গোলাঘাটৰ" বিলগাৱঁৰ মিলিটেৰীত কাম কৰা লৰা এজনক লগ পোৱা যায়। তেওঁৰ বাপেকৰ নাম শ্ৰীৰাম সিং।

জাতিত মিকিৰ যদিও কথা বতৰা নিখুট অসমীয়া। ল'ৰাজনে আমাক লগ পায় আৰু আমাৰ পৰিচয় বুজি আমি

**বিৰমগ্ৰাম** অহাৰ সময়ত চকুৰ পানী ওলাবৰ উপক্ৰম কৰে।

**জংচন** আমি বহুত স্নেহ সমাদৰৰ মাজেদি যুৱক জনক শান্তনা দি গাড়ী এৰিব ধৰো। বিৰম-গ্ৰাম্ নামৰ এখন গাৱঁৰ মাজত জংচন এটা পোৱা যায়। তাত বৃহৎ হাত বজাৰ আছে। ওচৰতে এটা দেৱীমন্দিৰ আছে। বহুত ৰেলগাড়ী তাত জমা হৈ থকা

**সিদ্ধপুৰ** দেখা যায়। তাৰ পৰা আহি "আবু" পথেদি

**সৰস্বতী নদী** সিদ্ধপুৰ, সৰস্বতী নদী পোৱাহি হয়। তাত সেৱা সংকাৰ কৰি সেই নদীৰ তীৰত থকা বিন্দু সৰোবৰ মাতৃগয়া মন্দিৰ পোৱাহি হয়। সেই ঠাইৰ নামেই সিদ্ধপুৰ। তাতে গধূলী ৬—৩০ বাজে। বহুত উন্নত স্থান। সৰিয়হ খেতি বহুত হয়। চফ, গম, কফি, যৱ, কালজিৰা, ভোগজিৰা আদি গছবোৰৰ দ'ম দ'ম। গুজৰাটৰ তেতিয়াও অৱসান হোৱা নাছিল। সৰস্বতী

**গুজৰাট** নদী বহলে প্ৰায় ৪ ফাৰ্লংৰ কম নাছিল।

**বিন্দু সৰোবৰ** ওচৰতে ৰেলৰ দলং। বাসীন্দাসকল প্ৰায়ে

**গয়া মন্দিৰ** শিখ আৰু মাৰোৱাৰী। বস্তুৰ মূল্য প্ৰায় কম পোৱা যায়। প্ৰাকৃতিক সৌন্দৰ্য্য অতি মনোৰম। উট আৰু ভেড়াৰ পাল অনেক পোৱা হয়

**বিশেষ মন কৰিব লগাঃ**—বিন্দু সৰোবৰ মাতৃগয়া কপিলৰ জন্মস্থান। কৰ্দ্দম আৰু দেৱহুতীৰ মন্দিৰ আছে আৰু মূৰ্ত্তিও বিদ্যমান! গয়া গদাধৰৰ মূৰ্ত্তি আছে। শিৱ লিঙ্গ ও গণেশৰ মূৰ্ত্তি বিৰাজমান। বিশেষত্ব হ'ল—দেৱহুতীৰ পুতেক কপিলে মাকক সাংখ্য যোগ দান কৰাত মাকৰ প্ৰেমাশ্ৰু বিগলিত হৈ চকুৰ পানী মাটিত পৰে। সেইবাবেই এই স্থানৰ নাম বিন্দু সৰোবৰ নামে অভিহিত হয়। ইয়াক মাতৃগয়াও বোলে। এই স্থান অতি পবিত্ৰ।

**ৰাজস্থান** গয়াত পিণ্ডদান কৰিলে যি ফল পায় এই ক্ষেত্ৰত পিণ্ড দিলেও ততোধিক ফল প্ৰাপ্ত হয়।

সম্প্ৰতি তাৰ পৰা কিছুহৰ আহি ৰাজস্থানৰ প্ৰথম সীমাত উপনিত হৈ আবু টাউনৰ অলপ

**আবু নগৰ** আভৰত থকা মানপুৰ ৰবৰ নদীৰ পাৰৰ

**মানপুৰগ্ৰাম** এজোপা বৃক্ষৰ তলত ৰাতি যাপন কৰা হ'ল।

২৪।১।৭০ পুৱা নদীতে গা-পা ধুই নদীৰ কাষৰ এটা বিৰাট আকাৰৰ শিলৰ ওপৰত খোৱা মেলাৰ ব্যৱস্থা কৰা যায়। সেইদিনা আমাৰ সহযাত্ৰী শ্ৰীজগৎচন্দ্ৰ শইকীয়াই গাখীৰ ভড়ালিৰ মাতৃয়েকৰ সাম্বৎসৰীক তিথিৰ বাবে তীৰ্থযাত্ৰী সকলক জল-যোগ কৰায়। এক বজাত পুনৰ গাড়ী এৰি দিয়া হয়। তাৰ পৰা আবু পৰ্ব্বতৰ কাষে কাষে আবু মূল নগৰ পোৱা গৈ হয়। আবু পৰ্ব্বতৰ নামেই সেই ঠাইৰ নগৰৰ নাম হৈছে। বিভোপন উচ্চ পৰ্ব্বত। সৌন্দৰ্য্য অসীম

অলপ দূৰত গৈ "হিৰৈ" নামৰ গাঁৱৰ

**হিৰৈগ্ৰাম** কাষত গাড়ীক জিৰণি দিয়া হয়। তাত নামি দেখা গ'ল যে তিৰুতাসকলে হাতী দাঁতৰ অলঙ্কাৰ প্ৰায় ব্যৱহাৰ কৰে। বজাৰতো হাতী দাঁতৰ অলঙ্কাৰ আৰু হাতী দাঁতৰ ধুনীয়া ধুনীয়া টেমা, ফনি আদি কিনিবলৈ পোৱা যায়। কিন্তু মূল্য কম

**সুমেৰুপুৰ আৰু চান্দেৰাও** নহয়। মৰুভূমি সদৃশ স্থান। ক্ৰমশঃ গাড়ী যাব ধৰে সুমেৰুপুৰ বজাৰ পোৱাহি যায়। তাৰ পৰা চান্দেৰাওঁ নামৰ ঠাইত পথৰ কথা সুধি "উদয় পুৰ" পথেদি গাড়ী যাব ধৰে। কিছুদূৰ আহি "ফালনা বালি বজাৰ",

**ফালনা বজাৰ আৰু মুণ্ডাৰা** অতিক্ৰম কৰি "মুণ্ডেৰাও" নামৰ ঠাইত ভাত পানী খোৱাহি হ'ল। আজৰি হৈ তাৰ পৰা গাড়ী আহি ৰাতি বাৰ বজাত কাকৰোলি

**কাকৰোলি নগৰ** নগৰৰ ধৰমশালাত ৰাতি থকা হয়। তাত এটা কৃষ্ণ মন্দিৰ আছে।

নাথদ্বাৰৰ পৰা কাকৰোললৈ যাব পাৰি। মটৰৰ চলাচল আছে। নাথদ্বাৰ ষ্টেচনৰ পৰা কাকৰোলি ষ্টেচনলৈ বেচি দূৰ নহয়। ইয়াৰ ওচৰতে নগৰ অৱস্থিত। ইয়াত যাত্ৰী থাকিব পৰা অনেক সুবিধা আছে। হিন্দু মন্দিৰ বহুতো। ইয়াৰ ভিতৰত মুখে মন্দিৰ শ্ৰীদ্বাৰিকাধীশ। মহাৰাজ অম্বৰিষে এই মূৰ্ত্তিকেই আৰাধনা কৰিছিল বুলি প্ৰবাদ আছে।

২৫।১৭০ পুৱা ধৰমশালাৰ পৰা আহি নাথদ্বাৰ নগৰ

নাথদ্বাৰ বৰগাওঁ পোৱাহি যায়। সমীপত থকা বিষ্ণুমন্দিৰ দৰ্শন কৰা হৈছিল। তাৰপৰা আহি বৰগাওঁ নামৰ বজাৰৰ নামনিতে এখন ফাৰ্ম্মৰ কাষত ভাত-পানী খাই পুনৰ যাত্ৰা কৰি ১১ মাইল পথ আহি এডোখৰ ঠাইত উপনিত হওঁহি। পাহাৰৰ কাষ হোৱা হেতু বতাহৰ পৰা ভাত খোৱাৰ অশান্তি হৈছিল। সেই পথত বাট ভূল হয়। অহা পথে পুনৰ ঘূৰি গৈ উদয়

বৰগাওঁ জগন্নাথ মন্দিৰ পুৰৰ পথ পোৱাগৈ হৈছিল। কিন্তু বৰ গাৱঁত শ্ৰীশ্ৰীজগন্নাথদেৱৰ শাখা মন্দিৰ পোৱা যায়। ইয়াটো যাত্ৰী বহুত চলে। থকামেলাৰ সুন্দৰ ব্যৱস্থা আছে।

## ৰাজস্থান

জয়পুৰ, আজমীৰ, পুস্কৰ, চিতোৰ, আদি বহুত নগৰ

ৰাজস্থানৰ পৰিচয় আছে। আৰাৱলী পৰ্ব্বতে এই প্ৰদেশত বিশেষ শোভাবৰ্দ্ধন কৰিছে। আবু পৰ্ব্বত ঠায়ে ঠায়ে যথেষ্ট ওখ। ইয়াত জৈনসকলৰ মন্দিৰ আছে। মুছলমানৰ জনসংখ্যাও যথেষ্ট দেখা গৈছিল।

প্ৰথমেই জগন্নাথ মন্দিৰত প্ৰবেশ কৰিব নোৱাৰি ২য় বেলা দৰ্শনৰ বাবে প্ৰায় ৬ বজালৈকে অপেক্ষা কৰিব লগা হৈছিল। এজন বৃদ্ধ ব্ৰাহ্মণ পাওাই বিনা পইচাৰে বহু জাতীয় জগন্নাথ প্ৰসাদ মন্দিৰৰ পৰা দিছিল।

জগন্নাথ মন্দিৰৰ পৰিচয়

কিন্তু, সেই প্ৰসাদ সমূহ নিজ খৰছত তৈয়াৰ কৰি চিৰদিন জগন্নাথক উচ্চৰ্গা কৰি যাত্ৰী সকলক দান কৰে। সেই প্ৰসাদ সমূহ তেখেতৰ নিজ খৰছত যে তৈয়াৰ কৰে— এই কথা তাৰ অন্য পাণ্ডাৰ পৰাই বিষদ ভাবে বুজিব পৰা হৈছিল। পাণ্ডা জনৰ অৱস্থা যথেষ্টই উন্নত।

উদয়পুৰ (ৰাজস্থান)

ইয়াৰ পাচত আজমীৰ পথে উদয়পুৰলৈ যাত্ৰা কৰা হ'ল। উদয়পুৰত এটি শিৱলিঙ্গ আছে। ইয়াত থকা শিৱলিঙ্গৰ নাম পঞ্চমুখী। সেই পঞ্চমুখী শিৱক দৰ্শন কৰা হয়। সেই মন্দিৰক পঞ্চানন মন্দিৰো বোলা হয়। ইয়াৰ ভিতৰত থকা সকলো দেৱ-দেৱী মূৰ্ত্তিক লৈ মুঠ ১০৮ খন মূৰ্ত্তি দৰ্শন কৰা হৈছিল। এই মন্দিৰ মহাৰানা "বালাবাৱাল" জীয়ে প্ৰতিস্থা কৰিছিল। স্থাপনৰ বৰ্ত্তমানলৈকে ১৪৪০ বছৰ অতিত হৈ গৈছে। মন্দিৰৰ সন্মুখত সেই প্ৰতিস্থাপক লোকজনৰ প্ৰতিমূৰ্ত্তি যোৰহস্তে নিৰ্ম্মাণ কৰি থোৱা আছে।

কৈল্যাস মন্দিৰ

এই মন্দিৰক কৈল্যাস মন্দিৰো বোলা হয়। উদয়পুৰৰ পৰা ১২ মাইল দুৰত, হালধি ঘাটত একলিঙ্গ মন্দিৰ আছে।

## বিশেষ পৰিচয়

উদয়পুৰ ৰাজস্থানৰ প্ৰাসিদ্ধ ঐতিহাসিকপূৰ্ণ নগৰ। এই স্থান মেৱাৰৰ ৰাণাৰ ৰাজধানী আছিল। ইয়াত

ৰামতীৰ্থ, সতীতীৰ্থ, আৰু জগন্নাথতীৰ্থ নামে উল্লেখযোগ্য ধৰ্ম্মস্থান সমূহ পোৱা যায়। যাত্ৰী থাকিবৰ কাৰণে সুকল্প পুৰ্ণ দৰ্জ্জাৰ ভিতৰত মহৎ মাধৱ দাসৰ নিৰ্ম্মিত ধৰ্ম্মশালা আছে। ইয়াৰ মন্দিৰত জগন্নাথ মূৰ্ত্তিও ৰখা আছে। বল্লভ সম্প্ৰদায়ৰ মন্দিৰো তিনি ঠাই মানত পোৱা যায়। ই এখন ধুনীয়া নগৰ। মানুহৰ ভাষা বহুবিধৰ। তাৰ ভিতৰত মেৱাৰৰ ভাষাই বেছি। কিন্তু হিন্দীও বহুত পোৱা যায়। লোক সমাজ শিক্ষিত। শিক্ষাৰ কেন্দ্ৰ স্থান।

উদয়পুৰ নগৰৰ পৰা ৩৫ মাইল আহি দুৰ্গাকুণ্ড নামৰ

দুৰ্গাকুণ্ড

পথৰ কাষত নিৰ্ম্মাণ কৰা ধৰমশালাত ৰাতি থকা হ'ল। ৰাতি খাই বৈ শয়ন কৰোতে প্ৰায় বাৰ বাজে।

সেইদিনা ২৬।১।৭০ তাং আজমীৰ পথে যাব ধৰোঁ। অনেক পৰ্ব্বত, পাহাৰ, নদ-নদী, গাওঁ ভূঁই

বিয়াবৰ নগৰ

ষ্টেচন আদি অতিক্ৰম কৰি আবেলি চাৰি বজাত বিয়াবৰ নগৰত প্ৰবেশ কৰা হ'ল। ইয়াত পৰ্ব্বতৰ সংখ্যা অতি বেছি। পৰ্ব্বত মালা যথেষ্টই ওখ দেখা গৈছিল। বিশেষকৈ মাৰ্ব্বল পাথৰৰ পৰ্ব্বতবোৰ অধিক ভাবে দেখা গৈছিল। দূৰৰ পৰা ৰ'দত জিলিকি থকা দেখা যায়। তাৰ বাজেও মাইকা

মাবোবাব

তৈয়াৰ কৰা আৰু জুন-জুনী বিলাকৰ পাহাৰ আজমীৰ বহুত পোৱা গৈছিল। সেইবিলাকৰ পৰা

নানান বস্তু তৈয়াৰ কৰে। যেনে— মেণ্ঠল লাইটৰ চিমি, ভাৱনাত ব্যৱহাৰ কৰা পেইন্টত দিয়া ফিৰ ফিৰ ইত্যাদি। খেতিৰ ব্যৱস্থা বহুত কম। পাহাৰৰ নামনি অংশৰ জুৰি বিলাকত কিছু শালিধানৰ খেতি কৰা দেখা গৈছিল যদিও ধানৰ চেহেৰা ভাল নহয়। বিশেষকৈ বৰষুণ বৰ কম। ঠাইবোৰ অতি খৰাং সেই ঠাইৰ বাসীন্দা সকলৰ অৱস্থা অতি কাহিল তিৰুতাবোৰৰ হাত আৰু ভৰিত শকত শকত আকাৰৰ খাৰু থাকে।

মাৰোৱাৰ ৰঙা নিলা চিত্ৰ-বিচিত্ৰ শাৰী ব্যৱহাৰ কৰে।

আজমীৰ গঢ়পিত আতগুৰি মুনিহসকলৰ মুৰত শকত শকত হালধিয়া ৰঙৰ পাগুৰি। শাক পাচলি প্ৰায় তিৰুতা বিলাকেই বিক্ৰী কৰে। মুনিহ তিৰুতাৰ মাজত "মায়া" থকাৰ কোনো নিদৰ্শণ চকুত নপৰিছিল। পানীৰ বৰ অসুবিধা। দূৰৰ পৰা ঠেলা গাড়ীৰে পানী কঢ়িয়াই আনি ব্যৱহাৰ কৰে। খাদ্যৰ বৰ অভাৱ।

তাৰ পৰা আহি "ৰামগঞ্জ" নামৰ নগৰ পোৱা যায়।

ৰামগঞ্জ সেই ৰাম নগৰৰ পৰা পুস্কৰলৈ পথ ধৰা হৈছিল।

আজমীৰ তাৰ পৰা পাহাৰৰ দূৰ্গম পথেদি আহি ৰাতি পুস্কৰ তীৰ্থ পোৱাহি হয়, আৰু পাণ্ডাক লগ কৰি ৰাতি থকাৰ ব্যৱস্থা কৰা যায়। সেই ধৰ্ম্মশালাত থকা মূৰ্ত্তিৰ নাম শ্ৰীশ্ৰীৰাধাকৃষ্ণ যুগল ( মন্দিৰ )।

২৭।১।৭০ তাৰিখ। সেইদিনা পুস্কৰ তীৰ্থত পিতৃ-মাতৃ আদি অৰ্য্যমাদি সকলৰ অস্থি আৰু পিণ্ড দান দিবলৈ আয়োজন কৰা হয় পিণ্ডাদি দি অৱসৰ লৈ ধৰ্ম্মশালাতে আহাৰ আদি কৰি জিৰণি লোৱা যায় আৰু তীৰ্থ ব্ৰাহ্মনক যথাসাধ্য ভোজন কৰোৱা হয়। আঢ়ৈ বাজে, এনে সময়ত সেই তীৰ্থত থকা মন্দিৰ সমূহ আৰু পুস্কৰ তীৰ্থ পৰিক্ৰমা কৰিবৰ কাৰণে পদব্ৰজে যাত্ৰা কৰা হৈছিল। প্ৰথমতে ব্ৰহ্মামন্দিৰ পোৱাগৈ হয়। তাত গায়ত্ৰী, শিৱ, গণেশ, লক্ষ্মী-নাৰায়ণ, ইন্দ্ৰ, আদি মূৰ্ত্তি সকল বিৰাজি থকা দেখা যায়। সেই মন্দিৰ বোৰত জমিদাৰ সকলৰ বৃহত বৃহত দান আছে।

**পুস্কৰ তীৰ্থ ৰাজস্থান**

মাৰ্ব্বল পাথৰত ৰূপ আৰু স্বৰ্ণমুদ্ৰা খাজি থোৱা দেখা গৈছিল। লানি লগা মুদ্ৰা বিলাক পাথৰত যাত্ৰী অহা যোৱা স্থান সমূহত খজা আছে। ইয়াৰ বাহিৰেও অন্যান্য মন্দিৰতো এনে মহৎ দানৰ নিদৰ্শন পোৱা গৈছিল। সমূখত এদাল সোনৰ ধ্বজা আছে। গোটেই ধ্বজা দালত সোন পানী চৰোৱা। খৰছ চৌধ্য হেজাৰ টকা পৰিছিল। সেই টকা এজন জমিদাৰে দান কৰি কীৰ্ত্তি ৰাখি থোৱা আৰু মাৰ্ব্বল পাথৰত নাম আঙ্কিত কৰা আছে। শিৱ মূৰ্ত্তি মাটিৰ বহু অংশ তলত অৱস্থিত। ব্ৰহ্মাৰ শকত ৰূপৰ মূৰ্ত্তি। মুখ চাৰিখন।

**পুস্কৰতীৰ্থ**

**ব্ৰহ্মা মন্দিৰ**

মুখৰ অংশ সোনৰ । চতুৰানন্ ব্ৰহ্মামূৰ্ত্তি আৰু এখন শিৱলিঙ্গৰ কাষতে আছে। অতি প্ৰাচীন আৰু দেখিলে চমক লগা। তাৰ বাজেও নাৰদ কুবেৰ আদি নানান ঋষি মুনি সকলৰ বহুতো মূৰ্ত্তি সেই মন্দিৰত বিৰাজমান।

**সপ্তৰ্ষী মন্দিৰ**

ব্ৰহ্মা মন্দিৰৰ পৰা ওলাই দত্তাত্ৰেয় মন্দিৰ, সপ্তৰ্ষি মন্দিৰ, গণেশ মন্দিৰ, গজেন্দ্ৰ মন্দিৰ আৰু গ্ৰাহ গজেন্দ্ৰ ঘাট আদি নানান স্থান দৰ্শন কৰা যায়।

**দত্তাত্ৰেয় মন্দিৰ।**

**গ্ৰাহ গজেন্দ্ৰ ঘাট- আৰু অন্যান্য মন্দিৰ সমূহ দৰ্শন।**

ইয়াৰ পাচত ৰঙ্গনাথ মন্দিৰত প্ৰৱেশ কৰি সুন্দৰ ভাবে চোৱা হ'ল। ইয়াতো এদ'ল স্বৰ্ণ ধ্বজা আছে। ধ্বজা ডাল অতি উচ্চ। লীলা দেৱী, ভূদেৱী, সত্যভামা, ৰুক্মিনী, বেনু গোপাল আদি অনেক মন্দিৰ কাষে কাষে নিৰ্ম্মান কৰা আছে।

তাৰ পৰা আহি অনন্ত শেষশায়ী ভগৱান মন্দিৰত প্ৰৱেশ কৰা যায় সেই মন্দিৰত চতুৰ্ভূৰ্জ বিষ্ণু মূৰ্ত্তি স্থাপন কৰা আছে। পৰশুৰাম মন্দিৰত প্ৰৱেশ কৰি দৰ্শন কৰা হয়। বহুত ডাঙৰ মূৰ্ত্তি কাষতে দ্বাদশ ভক্ত সকলৰ শিলামূৰ্ত্তি ধ্যানত হৈ আছে। সেই মন্দিৰ এৰি আহি মহালক্ষ্মী মন্দিৰত প্ৰৱেশ কৰা যায়। ক্ৰমান্বয়ে দ্বাৰকাধীশ, বৰাহ অৱতাৰ মন্দিৰ পৰিলক্ষিত হয়। বৰাহ মন্দিৰৰ পাচত আত্মেশ্বৰ শিৱ মন্দিৰ মাটিৰ বহুত তলত পোৱাগৈ

যায়। সেই মন্দিৰ অতি প্ৰাচীন

**নানান মন্দিৰ সমূহ।** বুলি অনুমান হয়। তাত সেৱা সৎ কাৰ কৰি সমীপত থকা বৈকুণ্ঠনাথ মন্দিৰ দৰ্শন কৰি বেৰত অঙ্কিত কৰি ৰখা ৰামলীলা, কৃষ্ণলীলা দশ অৱতাৰ, বহু প্ৰকাৰৰ বৈচিত্ৰ নিৰ্ম্মাণ মূৰ্ত্তি সমূহ দৰ্শন কৰি অন্তৰৰ হেঁপাহ গুচাব পৰা নহৈছিল। সেই দৃশ্য চালে চকুৰোৱা। সেই মন্দিৰ বেঙ্কতেশ্বৰ বুলিও প্ৰখ্যাত। ইয়াৰ

**পুষ্কৰতীৰ্থ** পাচত মহালক্ষ্মী মন্দিৰ, জগদম্বা মন্দিৰ, চক্ৰৰাজ মান্দৰ, সুদৰ্শন, নৃসিংহ, বেদান্তৰ, স্বামীনাৰায়ণ, বত্ৰিশ অৱতাৰ, আদি অনেক মন্দিৰ আৰু প্ৰতিমূৰ্ত্তি দৰ্শন কৰি নয়ন সাৰ্থক কৰা যায়। সিমানতে অষ্টাচলে সূৰ্য্যদেৱে গতি কৰিবলৈ যো-জা কৰে। ব্ৰহ্মাপুস্কৰ প্ৰদক্ষিণ কৰি আমাৰ থকা স্থান পাওঁহি। লগত যোৱা পাণ্ডা আৰু কৰ্ম্মকৰ্ত্তা পাণ্ডা সকলক সামূহিক ভাবে দক্ষিনা কৰি শ্ৰদ্ধা জনাই পুস্কৰ তীৰ্থ এৰি

**আজমীৰ নগৰ।** জয়পুৰ পথেদি গাড়ী এৰি দিয়া হ'ল। তেতিয়া ছয় বাজে। আহি আহি ৭ বজাত

**কিষাণগড় আৰু পৰাসোনি** কিষাণগড় আৰু আজমীৰ নগৰ পাওঁহি। উক্ত নগৰৰ পৰা কিষাণগড় অগ্ৰগতিৰে ৰাতি আহি আহি পৰা সোনি নামৰ ঠাইত ৰজনী যাপন কৰা যায়।

সম্প্ৰতি দিল্লী পথেদি আহমদাবাদৰ পৰা ২৭ মাইল মানৰ দূৰত্বে কিষাণগড় ষ্টেচন। কিষাণগড়ত শ্ৰীব্ৰজৰাজ

মন্দিৰ আছে আৰু বল্লভ সম্প্ৰদায়ৰ কিছু মন্দিৰ পোৱা যায়। ইয়াত জৈন মন্দিৰো ঠায়ে ঠায়ে অৱস্থিত।

পাহাৰ পথৰ বাবে লাহে লাহে গাড়ী চলোৱা হয়। পুস্কৰৰ পৰা জয়পুৰ নগৰলৈ ৩৭ মাইল আছিল বুলি জনা যায়।

## "ৰাজস্থান"

**ৰাজস্থান পুস্কৰ তীৰ্থৰ বিবৰণ**

পুস্কৰ এখন মহৎ তীৰ্থ। হিন্দু তীৰ্থৰ ভিতৰত এই পুস্কৰো এখন উল্লেখযোগ্য। ইয়াত অগামাদি সকলৰ অস্থি আৰু পিণ্ডদান কৰিব লাগে। ই আজমীৰ নগৰৰ পৰা ৭ (সাত) মাইল দূৰত অৱস্থিত। আজমীৰৰ পৰা পুস্কৰলৈ যাব পৰা সুন্দৰ পথ আছে। এটা পৰ্ব্বতৰ মাজেদি পাৰহৈ, পুস্কৰ তীৰ্থ পোৱা যায়। সেই পাহাৰৰ নাম নাগপাহাৰ। পুস্কৰ তীৰ্থৰ চাৰিও কাষে ৫২ টা ঘাট আছে। ঘাট সমূহ শিলেৰে বন্ধোৱা খট খটি আছে। সেই ঘাট সমূহ ৰজা মহাৰজা সকলৰ দ্বাৰা নিৰ্ম্মাণ হৈছে তাৰ ভিতৰত মহাৰাষ্ট্ৰৰ আধিপত্য কালত "সন্তৰাও" বাবলিঘাৰ নামে এজন ধৰ্ম্মপ্ৰাণ জমিদাৰে বহু লাখ টকা ব্যয় কৰি ব্ৰহ্ম ঘাট আৰু গৌৰ ঘাট নামে দুটা ঘাট নিৰ্ম্মাণ কৰাই দিয়ে। শিখ গুৰু গোবিন্দ সিংহই ১৭৬১ খৃষ্টাব্দত আৰু সম্ৰাজ্ঞী কুইন মেৰি আহি দুটা ঘাট প্ৰস্তুত কৰি দিছিল। মহামানৱ মাহাত্মা গান্ধীৰ চিতা ভস্ম

পুষ্কৰ তীৰ্থত বিসৰ্জ্জন কৰি আত্মাৰ সদগতি কামনা কৰা হয়। সেই বাবে এই ঘাট মহাত্মা গান্ধী ঘাট নামেৰে প্ৰখ্যাত।

পুষ্কৰ তীৰ্থ।

তাত পূজা আৰু সন্ধ্যা, আৰতি চলি থাকে। যাত্ৰীৰ চলা চল বহুত। সেই ঘাটৰ ওপৰলৈ গৈ দৃশ্য চাবৰ বাবে সুন্দৰ খটখটিৰ ব্যৱস্থা কৰা আছে। তাৰ বাজেও অনেক ধৰ্ম্মশালাত যাত্ৰীসকল শান্তিৰে থাকিবৰ বাবে ব্যৱস্থা কৰি ৰখা আছে। ইয়াৰ ভিতৰত গুজৰাট ধৰ্ম্মশালা, বঙ্গ ধৰ্ম্মশালা, মহাৰাষ্ট্ৰ ধৰ্ম্মশালা, চিৰিয়া ধৰ্ম্মশালা আদিয়েই প্ৰসিদ্ধ। পুস্কৰত বহুতো মন্দিৰ পোৱা যায়। পুস্কৰৰ চাৰিওপাৰে সেই মন্দিৰ সমূহ অৱস্থিত। সৰ্ব্বমুঠ ৪০০ চাৰিশ মন্দিৰ পুস্কৰ তীৰ্থত আছে। তাৰ ভিতৰত ৬।৮টা মন্দিৰ বিশেষ ডাঙৰ দীঘল আৰু মনোৰম। যেনে ঃ- ব্ৰহ্মা মন্দিৰ, বৰাহ মন্দিৰ, ৰঙ্গনাথ মন্দিৰ, ৰঙ্গনাথ নৱীন মন্দিৰ, অষ্ট পটেশ্বৰ মন্দিৰ, পৰশুৰাম মন্দিৰ, ইত্যাদি মন্দিৰেই অতি উচ্চ আৰু মনোৰম। ৰঙ্গনাথ মন্দিৰ জৰা জীৰ্ণ হৈ যোৱাত নতুনকৈ মাৰ্ব্বল পাথৰৰ দ্বাৰা নিৰ্ম্মাণ কৰা হৈছে। চাৰিওফালে বেৰ-বিলাকত নানান তৰহৰ মূৰ্ত্তি বিলাক আঁকি থোৱা আছে। ৰামায়ণ, মহাভাৰত, আৰু ভাগৱতৰ ঐতিহ্য পুৰ্ণ শাস্ত্ৰ সিদ্ধ কথা সমূহ চিত্ৰ পটত, দেখিবলৈ পোৱা যায়। ইয়াত ঋষি মুনি সকলৰ আশ্ৰমো ঠায়ে ঠায়ে পোৱা যায়।

পুস্কৰ তীৰ্থ

## পুষ্কৰ কিয় বোলে

জগত স্ৰষ্টা প্ৰজাপতি ব্ৰহ্মাই চিন্তা কৰি দেখিলে যে, সকলোৰে পৃথিবীত কীৰ্ত্তি স্মৃতি চিহ্ন আছে। কিন্তু নাই আমাৰহে এই ভাবি তেওঁ চিন্তা কৰি এটা পদ্ম পুষ্প হাতত লৈ পৃথিবীলৈ পেলাই দিলে। সেই পদ্ম তিনি অংশ হৈ পৃথিবীত পৰিল। প্ৰথম পুষ্প পৰাৰ নাম জেষ্ঠ ২য় আৰু ৩য় কনিষ্ঠ পুস্কৰ নামে প্ৰসিদ্ধ হৈ ৰল।

তাৰ পাচত ব্ৰহ্মাই একযোজন ভুমি যজ্ঞ কৰিবৰ কাৰণে ধাৰ্য্য কৰিলে। এই কথা ইন্দ্ৰই জানিবলৈ পাই, কৈলাসপতি শিৱক লৈ তেত্ৰিশ কোটী দেৱতাৰ সঙ্গে ইন্দ্ৰ আহি ব্ৰহ্মাৰ ওচৰত উপস্থিত হ'লহি। দেৱবৃন্দৰ শুভাগমনত ব্ৰহ্মাই অধিক সন্তোষ লভি আগন্তুক যজ্ঞৰ বাবে সহায় সহানুভুতিৰ প্ৰাৰ্থনা জনাই সিসৱক বিশ্ৰাম কৰিবলৈ অনুৰোধ জনালে। লগে লগে সকলোকে ব্ৰহ্মাদেৱে কবলৈ ধৰিলে যে দেৱগণ আৰু ভূতনাথ, যেতিয়া মন্ত্ৰৰ দ্বাৰা যজ্ঞৰ আহ্বান কৰা হব, তেতিয়া অপোনাসকলে নিজ নিজ যজ্ঞৰ ভাগ গ্ৰহণ কৰিব। ব্ৰহ্মাৰ সানুনয়ত দেৱতা বৃন্দে কবলৈ ধৰিলে যে আমি প্ৰাৰ্থনা কৰিছোঁ আপোনাৰ অভিষ্ট সৰ্ব্বতো ভাবেই সিদ্ধি হওক। তাৰ পাচত ব্ৰহ্মাই কুবেৰ দেৱতাক সেই যজ্ঞত ধন বস্তু যি লাগে সকলো বিলাক দি সহায় কৰিবলৈ প্ৰাৰ্থনা জনাই। বিশ্বকৰ্ম্মাক দেৱতা সকল আৰু অন্যান্য

পুস্কৰতীৰ্থ

দৰ্শনাৰ্থী সকল থাকিবৰ কাৰণে সুন্দৰ গৃহ, নিৰ্ম্মাণ কৰি দিবৰ কাৰণ অনুৰোধ জনালে। বাসুদেৱক অৰ্থাৎ বিষ্ণুক সকলোৰে অন্ত-ৰত সন্মতি দি আগন্তুক কাৰ্য্যৰ ভাৰ অৰ্পণ কৰে। শিৱ মহা-দেৱক অনুচৰ সকলৰ দ্বাৰা যজ্ঞ স্থল ৰক্ষাৰ ভাৰ আৰু বৃহস্পতিক উত্তম ব্ৰাহ্মণ সকলক যজ্ঞৰ কাৰ্য্যত নিযুক্তি কৰিবলৈ আৰু পৱনক তিনিলোক নিমন্ত্ৰণ কৰিবৰ কাৰণ দায়িত্ব ভাৰ অৰ্পন কৰে। লগে লগে যজ্ঞ আৰম্ভ কৰা হল।

এই কাম সমাধাৰ পাচত পুনৰ ব্ৰহ্মাদেৱে কবলৈ ধৰিলে যে মই বৰ্ত্তমানৰ সাবিত্ৰী দেৱীৰ সহিত মৌনব্ৰত আৰম্ভ কৰিম। তেতিয়া সেই সভাত থকা পুলস্ত্য ঋষিয়ে কলে যে, যদি সেয়ে হয় তেতিয়া হলে আপুনি সাৱিত্ৰী দেৱীক যজ্ঞ স্থললৈ নিমন্ত্ৰণ কৰক। এই কথা মানিলৈ ব্ৰহ্মাই নিজপুত্ৰ দেৱৰ্ষী নাৰদক মতাই অনালে। নাৰদে প্ৰজাপতি ব্ৰহ্মাৰ চৰনত দণ্ডায়মান হৈ প্ৰাৰ্থনা জনালে। যে পিতা মোক বা মতালে কিহৰ বাবে। তেতিয়া ব্ৰহ্মাই সাৱিত্ৰীক মাটি আনিবৰ কাৰণ আদেশ কৰিলে।

তৎকালে নাৰদে সাৱিত্ৰী দেৱীক জনালেগৈ। নাৰদৰ কথা শুনি সাৱিত্ৰী দেৱীয়ে কলে যে তেওঁ পৱনৰ মুখে সকলো সম্বাদ পাইছে, আৰু তেওঁক ঋষি পত্নী সকলক মাতি আনিবৰ কাৰণে পঠাইছে। আহি পালেই অতি সোনকালে যজ্ঞস্থলিত উপনীত হবগৈ।

নাৰদক সেইমতে ব্ৰহ্মাক এই কথা জনাবলৈ কলে। সকলো কথা নাৰদে ব্ৰহ্মাক কোৱাত, ব্ৰহ্মাই চিন্তা কৰি কিছু সময় অপেক্ষা কৰি ভাবি চাবলৈ ধৰিলে। যদি সাবিত্ৰী আহিবলৈ দেৰি হয়, তেতিয়াহলে যজ্ঞৰ শুভ মূহুৰ্ত্ত পাৰ হৈ যায়। আনহাতে সবিত্ৰীৰ গহিলা দেখি ব্ৰহ্মাৰ তম গুণ আহি পৰে। আৰু কাল বিলম্ব নকৰি ইন্দ্ৰক আনি ব্ৰহ্মাই কবলৈ ধৰিলে যে দেৱৰাজ, তুমি এক কাৰ্য্যত প্ৰবিত্ব হব লাগে। কথা হ'ল, বৰ্ত্তমান সাবিত্ৰী দেবী গৃহকাৰ্য্যত প্ৰবিত্ব আছে সেই গতিকে আমি বেলেগ স্ত্ৰী সহিত যজ্ঞ পূৰ্ণ কৰিব লগা হৈছ। গতিকে তুমি মনোময় তীব্ৰবেগী ৰথৰ দ্বাৰা যেই কোনো এগৰাকী স্ত্ৰী আনি এই মূহুৰ্ত্তে যজ্ঞ স্থলীত উপস্থিত কৰাহি। মই তেওঁক লৈ যজ্ঞ সম্পাদন কৰিম। ব্ৰহ্মাৰ আদেশ শুনি বিজুলী বেগেৰে ইন্দ্ৰই নাৰী অন্বেষন কৰিবলৈ ধৰিলে। যাওঁতে এখন অৰণ্যৰ মাজত এজনী গোৱালৰ ছোৱালী দৈ গাখীৰ মূৰত কৰি নিয়া দেখা পালে। তৎকালেই দধিপাত্ৰ মুৰৰ পৰা পেলাইদি ইন্দ্ৰই বিমানত উঠাই সেই কন্যাক ব্ৰহ্মাৰ যজ্ঞ স্থানত উপস্থিত কৰি দিয়েহি।

পুস্কৰতীৰ্থ

কন্যা যথাস্থান পোৱা মাত্ৰে ঋষি মুনি আৰু অনান্য দেৱ বৃন্দ্ৰ একত্ৰিত হৈ বিষ্ণুৰ সহিত আলোচনা কৰি সেই কন্যাটি এটা গৰুৰ মুখে প্ৰবেশ কৰাই পুচ্চভাগে অৰ্থাৎ

পুষ্কৰ তীৰ্থ

গুহ্যদ্বাৰে বাহিৰ কৰি স্নান কৰাই বস্ত্ৰ অলঙ্কাৰেৰে সজ্জিত কৰি ব্ৰহ্মাৰ পত্নী গায়ত্ৰী ভাবে নাম উল্লেখ কৰি মন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে। যজ্ঞ আৰম্ভ হল, এনে সময়তে অলপ দূৰত এটা ভিক্ষাৰীয়ে মানুহৰ লাওখোলা এটালৈ অহা যজ্ঞত থকা ব্ৰাহ্মণসকলে দেখা পালে। এজন ব্ৰাহ্মনে সেই দৃশ্য দেখি আগবাঢ়ি গৈ ভিক্ষাৰীৰ ওচৰ পাওঁতেই মুৰটো আতৰলৈ পেলাই দি ভিক্ষাৰীজন অদৃশ্য হৈ গ'ল। যেতিয়াই মূৰতো মাটিত পৰিল, তেতিয়া সেই মুৰৰ পৰা দুটা আৰু দুটাৰ পৰা চাৰিটা, চাৰিটাৰ পৰা আঠোটা একাদি ক্ৰমে কোটী কোটী মুণ্ড হৈ পৰিবলৈ ধৰিলে। যজ্ঞস্থল চাওঁতে চাওঁতে নৰমুণ্ডৰে পৰিপূৰ্ণ হৈ পৰিল। তেতিয়া ব্ৰহ্মাই সেই দৃশ্য দেখি ধ্যান কৰি চাই বুজিবলৈ বাকী নেথাকিল যে এই কাৰ্য্য শিৱ মহাদেৱৰ বুলি। ব্ৰহ্মাই যোৰহস্ত হৈ কাতৰেৰে মহাদেৱক জনাবলৈ বাধ্য হ'ল যে দেৱ? আপুনী উপস্থিত থাকোতে যজ্ঞ বিলম্ব হোৱা উচিত নহয়। সেই কথা শুনি মহাদেৱে কলে যে, আমাৰ মুণ্ড পাত্ৰটি আপুনি ঘৃণা কৰিছে। সেই মুণ্ডটো আছিল আহুতিৰ পাত্ৰ। আপুনি এতিয়ালৈকে আমাৰ নামে ঘৃতাহুতি দিয়া নাই। সেই কথা শুনি ব্ৰহ্মাই শিৱৰ কথা স্বীকাৰ কৰিলে। আৰু এইবাৰ আহুতি শিৱৰ নামে অৰ্পন কৰিম বুলি সন্মত জনালে। ব্ৰহ্মাই এনেদৰেও কৰলৈ ধৰিলে যে আপুনি সভাত অদ্ভুত কাৰ্য্য কৰিলে।

এইবাৰ আমি অষ্ট পটেশ্বৰ নামে লিঙ্গ প্ৰতিস্থা কৰিম। আপুনি ক্ষান্ত হওক। এই বাণী ব্ৰহ্মাৰ পৰা বাজ হোৱা মাত্ৰে সকলো মুণ্ড নাইকীয়া হৈ পৰিল। সেই কাৰণে যি লোকেই এই পুষ্কৰত স্নান কৰি অষ্ট পটেশ্বৰ বুলি নাম উচ্চাৰন কৰিব, নিশ্চয় তেওঁ পৰম গতি লাভ কৰে বুলি প্ৰবাদ আছে।

এনেতে সবিত্ৰী দেবী সঙ্গিনী সকলৰ সহিত যজ্ঞ স্থলত উপস্থিত হৈ, বেলেগ পত্নী ব্ৰহ্মাৰ কাষত থকা দেখি, ক্ৰোধত অধীৰা হৈ ব্ৰহ্মালৈ চাই শাপ দিলে। সাবিত্ৰীয়ে কবলৈ ধৰিলে যে হে ব্ৰহ্মা? তুমি বৃদ্ধ হৈ এনে অবিচাৰ কাৰ্য্য কৰি নিচ জাতিৰ কন্যাক পত্নী ভাবে গ্ৰহণ কৰিলা। আমাৰ তোমাৰ প্ৰতি এই শাপ থাকিব যে, পুস্কৰ তীৰ্থৰ বাহিৰে আৰু তোমাৰ কোনো স্থানতেই পূজা নাথাকিব। আৰু কোনেও তোমাৰ নামত জলাঞ্জলী নিদিব। সাবিত্ৰীয়ে এনেদৰে ক্ৰোধান্বিতা হৈ ব্ৰহ্মাক শাপ দিয়া দেখা পাই দেৱতা সকল ভয়ত ত্ৰাসিত্ত হবলৈ ধৰিলে। সাবিত্ৰীৰ ক্ৰোধ দেখি দেৱ বৃন্দ লজ্জিত হৈ অৱনত মস্তকে সকলো বহি থাকিল তাৰ পাচত ইন্দ্ৰক শাপ দিলে যে, তুমি কেতিয়াও যুদ্ধত জয়ী নোহোৱা। যদিও স্বৰ্গত থাকা, তথাপিও তোমাৰ ভয়ৰ কাৰণ সদায় থাকিব আৰু স্ত্ৰীৰ লগত কাম বশীভূত হৈ সম্মান লাঘৱ হব।

পুস্কৰতীৰ্থ

বিষ্ণুক শাপ দিলে যে, আপুনি আমাৰ মনত কষ্ট দিলে! সেই কথা আপোনাৰ উচিত নহল। সেই বাবে আপুনি মানুহ হৈ পৃথিবীত জন্ম ধৰিব লাগিব আৰু আপোনৰ ভাৰ্য্যাক ৰাক্ষসে হৰণ কৰি নি যাতনা দিব। বিষ্ণুৰ পাচত শিৱক শাপ দিলে যে আপুনি ভষ্ম লেপন কৰি ভূত প্ৰেতৰ সঙ্গত সৰ্ব্বদা বাস কৰিব লাগিব। ব্ৰাহ্মণক শাপ দিলে যে আপোনালোক চিৰঞ্জীবি হৈ থাকিব নোৱাৰে। মৃত্যু অনিবাৰ্য্য থাকিব আৰু সদায় ভিক্ষান্ন কৰিব লাগিব। গৰুক শাপ দিলে যে যি মুখেৰেই গায়ত্ৰীক পবিত্ৰ কৰিছিল সেই মুখেৰেই বিষ্ঠা ভোজন কৰি থাকিবি। কুবেৰক কলে যে যি কাৰ্য্যত লাগি ধন বস্ত্ৰ দি সাহাৰ্য্য কৰিলা, সেই ধন তোমাৰ হৰণ হব আৰু তুমি দৰিদ্ৰ হৈ থাকিবা। পৱনক নিমন্ত্ৰন কৰাৰ বাবে সদায় দূৰ্গন্ধ ভোগ কৰি থাকিবৰ কাৰণে অভিশাপ প্ৰদান কৰে।

ইত্যাদি কথাৰ অন্তত ব্ৰহ্মাদেৱে কবলৈ ধৰিলে যে হে দেবী সাবিত্ৰী তুমি সংকূলৰ নাৰী। যি হ'ল হল যজ্ঞত তুমি এতিয়াও সহায় হোৱা। গাযত্ৰী সদায় তোমাৰ দাসী হৈ থাকিব। আমাক যজ্ঞ স্থলত অপমান নিদিবা। আহাঁ মোৰ লগত বহাঁহি, ইত্যাদি প্ৰকাৰে ব্ৰহ্মাই অনুনয় কৰিলে হয়, কিন্তু সাবিত্ৰী আৰু ব্ৰহ্মাৰ সঙ্গত বহিবলৈ মান্তি নহল।

**পুস্কৰতীৰ্থ**

লগে লগে সেই স্থান এৰি পৰ্ব্বতৰ শিখৰত গৈ তপস্যা আৰম্ভ

কৰিবলৈ ধৰিলে। ইত্যাদি কথা এই পুস্কৰ তীৰ্থ সম্পৰ্কত জানিব পৰা যায়। ই অতি পবিত্ৰ স্থান। আৰু সৌন্দৰ্য্যপূৰ্ণ। ইয়াৰ প্ৰায় লোকেই হিন্দু। ভাষা প্ৰায় হিন্দীয়েই বিশেষ।

জয়পুৰযাত্ৰা

২৮।১।৭০ সকলোৱেই আহাৰ পাতি কৰি দুপৰীয়া ১২ বজাত "জয়পুৰ" নগৰলৈ যাত্ৰা কৰা হয়। ১২ মাইল গৈ "দুদু" নামৰ এখন নগৰ পোৱা হয়। তাতে অলপ সময় জিৰণী লৈ স্থান পৰিদৰ্শন কৰি ক্ৰম গতিৰে আহি জয়পুৰ নগৰ পোৱাহি হৈছিল। তাত সন্ধ্যা ৰাধা গোবিন্দৰ মন্দিৰত আৰতী চাই গঙ্গা আৰু গোপাল মন্দিৰত সেৱা জনাই ৰাম মন্দিৰত বিগ্ৰহ দৰ্শন কৰা হল। তাত ৰাম, লক্ষ্মণ, সীতা, ভৰত, শত্ৰুঘ্ন, হনুমান আদি বহুত মূৰ্ত্তি আছে। তাৰ পৰা গোপীনাথ মন্দিৰলৈ যোৱা হ'ল। উক্ত মন্দিৰত ৰাধা সংযুক্তা গোপীসকল বিৰাজমান। "জয়পুৰ" চহৰৰ ভিতৰত এই মন্দিৰেই অধিক চমৎকাৰ পূৰ্ণ। যাত্ৰীৰ বহুত ভিৰ। তাৰ পৰা কালিয় দমন অনন্ত শৰ্য্যা নাৰায়ণ মূৰ্ত্তি দৰ্শন কৰি পুনৰ গাড়ীৰ গৰ্ভত প্ৰবেশ কৰা হয়। চাই অহা মন্দিৰ সমূহ নগৰৰ ভিতৰতেই অৱস্থিত। ইয়াৰ ভিতৰত "গোপীনাথ" আৰু গোবিন্দ

দুদুনগৰ

ৰাধা গোবিন্দ মন্দিৰ দৰ্শন

গঙ্গা আৰু গোপাল মন্দিৰ

ৰাম মন্দিৰ আৰু অন্যান্য মন্দিৰ সমূহ

গোপীনাথ মন্দিৰ

মন্দিৰতেই প্ৰজাৰ ভিৰ অধিক পোৱা যায়। সন্ধ্যা আৰতী চাবলগীয়া।

## বিশেষ পৰিচয়

জয়পুৰ নগৰ অতি মনোৰম স্থান। ইয়াৰ প্ৰায় লোকেই হিন্দু। ভাষা হিন্দীয়েই বিশেষ। মাৰোৱাৰী সংখ্যাই অধিক। নগৰৰ সৌন্দৰ্য্য অতি মনোৰম। ইয়াত মাৰ্ব্বল পাথৰৰ নানা তৰহৰ মূৰ্ত্তি নিৰ্ম্মাণ কৰে। একোখন মূৰ্ত্তিৰ মূল্য বহুত হেজাৰ টকালৈকে বিক্ৰী কৰে। মূৰ্ত্তি বিলাক চাই থাকিবৰ মন যায়। ইয়াত নানা তৰহৰ বস্তু পোৱা যায়। এই নগৰ ৰাজস্থানৰ "ৰাজধানী"। ইয়াত কাপোৰৰ মূল্য সস্তা। পৌৰাণিক বহুত সম্পদ চকুত পৰে প্ৰাকৃতিক দৃশ্যৰে মনোৰম স্থান। স্বাধীনতাৰ পাচত ১৯৪৮ চনত ইয়াতেই ১ম কংগ্ৰেছ

জয়পুৰ ত্যাগ মহাসভা অনুষ্ঠিত হৈ ভাৰতবৰ্ষৰ জন গণ, একত্ৰিত হৈছিল।

সেইদিনা নগৰৰ পৰা অলপ দূৰ আহি একাংশত নলানাদৰ আশ্ৰয়ত ভোজনৰ ব্যৱস্থা কৰা যায়।

গাড় বসই ভোজনান্তে গাড়ী যাব ধৰে! কিছু দূৰ গৈ "গাড় বসই" নামৰ এডোখৰ ঠাইত এটা নতুন নিৰ্ম্মান ধৰ্ম্মশালাত ৰাতি থকাহি হৈছিল। তেতিয়া ৰাতি ১ বাজি ১৫ মিনিত পাৰ হয়।

সেই দিনা ২৯।১।৭০ তাৰিখ মঠুৰা অভিমুখে পুনৰ গাড়ী যাব ধৰে এখন সৌন্দৰ্য্য পূৰ্ণ ঠাই পোৱা

"অলবৰ"। যায়। নাম "অলৱৰ"। নগৰ খন বে
পৰিপাতি। দৃশ্য অতি মনোৰম তাত এখন
সৈন্য চিকিৎসালয় আৰু বিদ্যাগাড় আছে। উল্লেখ যোগ্য
স্থান। নানান ঠাইৰ পৰা আহি ছাত্ৰইপঢ়ি
ৰাজস্থান বৰোডা পৰা তাত সুন্দৰ সুবিধা আছে। নগৰৰ
কাষতে ৰেলৰ জংচং। ৰাজস্থানেই এই স্থান
সাৱতি আছে। অলৱৰৰ অন্তৰ্গত এডোখৰ "বৰোডা"
নামৰ ঠায় পোৱা গৈছিল। খেতিৰ বাবে উপযুক্ত স্থান।
সৰিয়হ খেতিয়েই তাত অধিক হয়। তাৰ বাজেও যব,
ঘেহু, কুহিয়াৰ মচুৰ ৰহৰ আদি বহু জাতীয় খোতপথাৰত
জাপলাগি পৰি থকা দেখা গৈছিল। কিন্তু! সকলোৰে ভিতৰত
সৰিয়হৰ পয়োভৰ দেখি আচৰিত নহৈ নোৱাৰিছিলোঁ।
প্ৰায় ৪০ মাইল মান একে লেঠাৰীৰে সৰিয়হৰ খেতি
দেখা গৈছিল।

ক্ৰমাগত আহি ভৰত পুৰ "বহজ গ্ৰাম" পোৱাহি হ'ল।
ভৰত নামৰ এজন ৰজাৰ ৰাজধানী আছিল।
ভৰত গ্ৰাম যমুনা নদী ওচৰতে প্ৰৱহিত হৈ আছে
বহজ গ্ৰাম ৰাজধানীত পৌৰানিক গড় খাৱৈ আৰু অতি
উচ্চ গৃহ ও প্ৰাচীৰ আছে। প্ৰাচীৰ বোৰ শিলৰ।
বহুত ওখ। ঘৰ দুৱাৰ পৌৰানিক আদৰ্শৰ বাস্তৱিকে চাবলগা।
তাত হেজাৰ হেজাৰ পাৰ চৰাই শিলৰ খোৰোং বিলাকত

বাহঁ পাতি থকা দেখিবলৈ পোৱা যায়। পাৰৰ কলৰবত কাৰো মাত স্পষ্টভাবে কতো নুশুনি।

তাৰ পৰা ৯ মাইল আহি ৰাজস্থান এৰি "উত্তৰ প্ৰদেশত" সোমাই পৰা হয়। তেতিয়া সন্ধিয়া ছয় বাজে আহি এডোখৰ "দিগ" নামৰ ঠাই পোৱাহি

**উত্তৰ প্ৰদেশ প্ৰবেশ।**

হ'ল। মানুহৰ ঘন বসতি স্থান। ইয়াত কুঁহিয়াৰেই বেছি পোৱা যায়। অন্য খেতিও বহুত হয়। ভাষাহিন্দী। ইয়াৰ পৰা গোৱৰ্দ্ধনলৈ বেছি দূৰ নাছিল। আহি আহি গোৱৰ্দ্ধন পোৱাহি হয়। তাত এটা সাধাৰণ মন্দিৰ পোৱ'হয় কাষতে সাক্ষী গোপাল বুলি এটা প্ৰকাণ্ড শিল ভিতৰত বেষ্টন

**গোৱৰ্দ্ধন গ্ৰাম।**

কৰি ৰখা দেখা গৈছিল। মন্দিৰ এন্ধাৰ, ঘোপ মৰা জুইচলা মাৰি চ'ৱাত, সেই শিলটো সজাই ৰখা দেখা গৈছিল। প্ৰত্যেকতে পইচা দি সেৱা কৰাৰ নিয়ম। তাৰ পৰা গোৱৰ্দ্ধন পৰ্ব্বত

**গোৱৰ্দ্ধন পৰ্ব্বত আৰু মন্দিৰ দৰ্শন।**

দৰ্শন কৰাগৈহয়। গোবৰ্দ্ধন সেই মন্দিৰৰ নিচেই ওচৰতে অৱস্থিত। শীলাময় স্থান। সেই পৰ্ব্বতৰ সমীপত আৰু কোনো পৰ্ব্বত নাছিল। অতি দুৰন্ত আৰু চোৰ ডকাইতৰ কেন্দ্ৰ স্থান। তাত থকা অধিবাসী সকল বৰ পাশাৱ বৃত্তি ভোগি। অলপ ভিতৰলৈ প্ৰধান গোবৰ্দ্ধন প্ৰাচীন মন্দিৰ আছে বুলি কোৱাত আমাৰ যাত্ৰী সকল দৰ্শনৰ কাৰণে যাওঁহক। কিন্তু, এট

গোবৰ্দ্ধন ত্যাগ

দুৰন্ত দলে অন্যায় প্ৰবন্ধেৰে ·আমাৰ পৰা টকা আদায় কৰিবলৈ চেষ্টা কৰে। বহুত প্ৰবন্ধৰ মাজেদি কোনো প্ৰকাৰ সাৰি আহিব পৰা গৈছিল। মন্দিৰৰ আছু বাব দেখাত একোৱেই নাই। আমাৰ সেই ঠাইত যদিও থকাৰ অভিপ্ৰায় পূৰ্ব্বে আছিল, সেই ঘটনালৈ চাই আৰু থকাটো নকৰি মঠুৰালৈ ৰাতিয়েই গাড়ী এৰি দিয়া হল। নান্দি গ্ৰাম প্ৰায় তাৰ পৰা ২০মাইল মান দুৰ পৰে। আহি আহি ৰাতি ৯বজাৰ পাচত মঠুৰা ধাম পোৱাহি হ'ল।

মঠুৰা-যাত্ৰা

মথুৰাত গোৰৰ্দ্ধন পাণ্ডাৰ গৃহ

আমাৰ পাণ্ডাজনৰ নাম আছিল গোৱৰ্দ্ধন। কিন্তু আমি গোৱৰ্দ্ধনক নেপাই তেওঁৰ ভায়েক জনৰ দ্বাৰাই থকা-মেলা পিণ্ডাদি দান কৰিলোহঁক। গোৱৰ্দ্ধনৰ পৰা মথুৰালৈ ২১মাইল দূৰ আছিল।

মথুৰা ক্ষেত্ৰ

সেইদিনা ৩০।১।৭০ তাৰিখ। যমুনা নদীত পিণ্ড দিবৰ কাৰণে আয়োজন কৰা যায়। বৰ বৰষুণ হৈ থকাৰ বাবে লেহেম কৰা হৈছিল যদিও, যমুনাৰ কাষতে থকা যাত্ৰীসকলে পিণ্ডাদি কাৰ্য্য কৰা গৃহতে পিণ্ড শ্ৰাদ্ধ সমাপন কৰি যমুনাত বিসৰ্জ্জন দি থকা ঠাই পাণ্ডাৰ ভৱন পোৱাহি হৈছিল। সেই মথুৰাই পূৰ্ব্বে কংশ ৰজাৰ ৰাজধানী, মনোৰম নগৰ। অধিক পৰিমানে নিভাজ

গাখীৰ আৰু ঘিউ পোৱা যায়। হিন্দী ভাষাই প্ৰধান। মূৰত পাচি লৈ তিৰুতা সকলে দ্ৰব্যবস্তু আশে-পাশে বিক্ৰি কৰে। গাখীৰত তৈয়াৰী মিঠাই জাতীয় বস্তুৱেই অধিক বেচে। সেইবিলাক মাটিৰ হাণ্ডিয়াত সজাই আনে। পেৰা মিঠাইৰ মূল্য কিলো ১.৫০পঃ আৰু ২.০০ টকা হিচাবে বিক্ৰি কৰে। পাণ্ডাৰ ঘৰত যা-যোগাৰ কৰি খাই লৈ মথুৰাৰ মন্দিৰ দৰ্শনৰ বাবে যোৱা হৈছিল। তেতিয়া প্ৰায় দুই বাজি যায়। প্ৰথমেই বসুদেৱ মন্দিৰত প্ৰৱেশ কৰা যায়। এই বিগ্ৰহক মথুৰানাথো বুলিছিল। ওচৰতে যমুনাঘাট খট্‌খটি দিয়া অপূৰ্ব্ব পৰিপাতি। তাতে বহুতখিনি কাচ আদি পিনপিনাই থকা দেখা গৈছিল। কাছ বিলাক ডাঙৰ ডাঙৰ আৰু গাত চকৰ থকা। চকু বিলাক টেলেকা। ইত্যাদি স্থান সমুহ চাই তাৰপৰা গকুললৈ যোৱাৰ মনস্থ কৰা হ'ল। মথুৰাৰ পৰা গকুললৈ বেছি দূৰ নহয়। মথুৰাৰ নগৰ ভালেই যদিও যাত্ৰী সকলে স্থানীয় লোকৰ পৰা অশান্তি পায়। মানুহবোৰ টকা-পইছাত বৰ লালসি। বিশেষকৈ বসুদেৱ মন্দিৰৰ পাণ্ডা দুজন সাংঘাতিক চক্ৰান্তকাৰী। ফাকিফুকা কথা কৈ যাত্ৰীৰ পৰা টকা-পইছা আদায় কৰা তালত থাকে। খেতিৰ কাৰণে প্ৰসস্ত স্থান।

মথুৰাত দুটা ষ্টেচন আছে। ইয়াৰ জংচনো মথুৰাই। মথুৰাত পূৰ্ব্ব ৰেল, পশ্চিম ৰেল আৰু উত্তৰ

বিশেষ বিৱৰণ পূৰ্ব্ব ৰেল এটাইকেইখন মিলিত হয়হি।

মথুৰা চাৱনী নগৰৰ ষ্টেচনৰ ওচৰতে যদিও জংচনৰ পৰা আঢ়ৈমাইল মান দূৰ পৰে। ষ্টেচনৰ পৰা নগৰলৈ যোৱা-অহাৰ, মটৰ, ৰিক্সা, টাঙ্গা আদিৰ সুন্দৰ সুবিধা আছে। মথুৰাৰ পৰা যেনি তেনি যাবলৈ পকা ৰাস্তাৰ সুবিধা আছে দিল্লী, আগ্ৰা, হাথৰস, ভৰতপুৰ, জলেশ্বৰ আদি নানান ঠাইলৈ মথুৰাৰ পৰা সম্বন্ধ আছে। মথুৰা ধাম কংশ মহাৰাজৰ পূৰ্ব্বে ৰাজধানী আছিল। ইয়াত কেইবাটাও মুখ্য মুখ্য ধৰ্ম্মশালা আছে। যাত্ৰী সকল থকা-মেলাৰ সুন্দৰ ব্যৱস্থা যমুনা নদী মথুৰা নগৰৰ নিচেই ওচৰতে। যমুনাত বহুত ঘাট আছে। ঘাট বিলাক শিলেৰে নিৰ্ম্মান কৰা। ইয়াৰ ভিতৰত

**মথুৰাৰ পৰিচয়**

বিশ্ৰাম ঘাটেই প্ৰধান। ইয়াত ছাৰিটা শিৱ মন্দিৰ আৰু জৈন মন্দিৰো পোৱা যায় ইয়াত জগন্নাথ দেৱৰ মূৰ্ত্তি মন্দিৰ পোৱা গৈছিল মথুৰাৰ পৰা বৃন্দাবন বহুত দূৰ নহয়। ৰেল আৰু বাচেৰে যাব পৰা সুবিধা আছে। উক্ত স্থানত তস্কৰ বৃত্তিৰ আশ্ৰয়াশ্ৰিত লোকেই অধিক। যাত্ৰী সকলক সতৰ্কতা নিতান্ত প্ৰয়োজন। মথুৰাৰ পৰা কুৰি মাইল দূৰত নন্দ গাওঁ, আৰু বৰসানা আদি বহুত গাওঁ পোৱা হয়।

**প্ৰদেশ বিৱৰণ**

ইয়াত হিন্দুৰ মহাতীৰ্থ কাশী ক্ষেত্ৰ অৱস্থিত। এই তীৰ্থ এক কোটী শিৱ লিঙ্গৰে পৰিপূৰ্ণ এই প্ৰদেশতে এলাহাবাদ, হিন্দুৰ পৰম পবিত্ৰ প্ৰয়াগ তীৰ্থ আছে। হৰিদ্বাৰ হৃষিকেশ আদি তীৰ্থস্থান

**উত্তৰ প্ৰদেশৰ বিৱৰণ**

সমূহ অৱস্থিত। আগ্ৰাৰ তাজমহল পৃথিবীৰ সাতোটা আচৰিত বস্তুৰ এটা। কাশীৰ ওচৰত মোগল চৰাই নামৰ ৰেলৰ জংচন এটা পোৱা হয়। ই এটা অতি ডাঙৰ জংচন। বিহাৰ, পঞ্জাব আৰু দাক্ষিণ ভাৰতৰ ঠায়ে ঠায়ে জান কাটি পানী যোগান ধৰা দেখা যায়। এই জান সমূহক সেই ঠাইত নাহৰ বুলি কয়।

কংগ্ৰেছ চৰকাৰৰ ৰাজত্ব কালত বহু শস্য উৎপাদন, পানী যোগান, বিজ্ঞান পদ্ধতিৰ অগ্ৰগতি আদি ভাৰতৰ বহু স্থানত আমি দেখিবলৈ পাই আচৰিত নহৈ নোৱাৰিছিলো।

নানান প্ৰদেশত নানা তৰহৰ জুইশলাই, বিড়ি, চিগাৰেট তৈয়াৰ কৰে আৰু বেলেগ বেলেগ প্ৰতীকেৰে বজাৰত বিক্ৰী কৰে। গুজৰাটত এবিধ প্লাষ্টিকৰ জুইশলাই পোৱা যায়। বহু সময়লৈকে সেই কাঠি জ্বলি থাকে। কিন্তু আকাৰত নিচেই সৰু।

বিশেষকৈ বিহাৰ, উৰিষ্যা, দাক্ষিণাত্য আৰু পশ্চিম বঙ্গত ধান খেতি বহুত হয়। ইয়াত বাৰমাহে পানীৰ সহায়েৰে শালী ধান কৰে। টাইচুং নামৰ ধান খেতিয়েই বিশেষ। মাটি সমূলি চন্ পৰি থাকিবলৈ নিদিয়ে। ইয়াৰ বাদেও বহুত কুঁহিয়াৰ খেতি দেখা যায়। সৰিয়হ, তিচী, চিনাবাদাম, তিল, মগু, মচুৰ, বুত, যব, চফ, ঘেহু, ৰহৰ, আৰু ঠায়ে ঠায়ে কফিৰ খেতি যথেষ্ট উৎপন্ন হয়। জলকীয়া

পিয়াজৰটো কথাই নাই। এইবিলাক খেতিত অধিকপানী দিব নেলাগে। খৰাং স্থানহেতু সময়ে সময়েহে পানী যোগাব লগা হয়!

প্ৰদেশ বিৱৰণ

কিন্তু চাহ বগিচা অসমৰ বাহিৰে প্ৰায়েই দেখা পোৱা নহল! বিশেষকৈ অন্ধ্ৰপ্ৰদেশ আৰু উত্তৰ প্ৰদেশত বেচি যেন অনুমান হয়। ইয়াৰ বাজেও আমি নাম নজনা বহুত বস্তু ঠায়ে ঠায়ে উৎপন্ন কৰা দেখা গৈছিল।

মধ্যপ্ৰদেশত এশাৰী পৰ্ব্বত পোৱা যায়। এই পৰ্ব্বত শাৰীয়ে প্ৰদেশৰ বহুত শোভাবৰ্দ্ধন কৰা দেখা গৈছিল। পৰ্ব্বতৰ অংশত নানা চৰকাৰী অনুস্থান আৰু কাঠ ফলা কল আছে। দক্ষিণাত্যৰ পৰ্ব্বতৰ শোভা অসীম। পশ্চিমঘাট পূৰ্ব্বঘাট নামৰ দুশাৰী পৰ্ব্বতে অধিক ভাবে সৌন্দৰ্য্য বৃদ্ধি কৰিছে। ইয়াৰ নামনিত খেতি পথাৰ হয়। ইয়াত পানী যোগান ধৰিব লগা হয়। যিহেতুই অতি শিলাময় স্থান। এই স্থান সমূহত গোদাবৰী, কৃষ্ণা, কাবেৰি নৰ্ম্মদা, তাপ্তি, আৰু মহানদী নামে আৰু অসংখ্য সৰু সুৰা নদীও পোৱা হৈছিল। জলবায়ু ইয়াত সমভাবে পোৱা নহয়। কিন্তু সমুদ্ৰ কাষ যেনে মাদ্ৰাজ, বম্বে, গুজৰাটৰ অংশত প্ৰায়েই গৰম কম যেন অনুমেয়।

গুজৰাট, পাঞ্জাব, ৰাজস্থান আদি ঠাইত বৰষুণ কম হয়। ৰাজস্থান আৰু গুজৰাটত আজি ৬।৭ বছৰ বৰষুণ প্ৰায়েই নাই বুলি সেই ঠাইৰলোক সমাজৰ মুখে জানিবপৰা হৈছিল। সেই কাৰণে এই ঠাইত কুৱা আৰু নলী-নাদ নিৰ্ম্মিত

চৰকাৰৰ দ্বাৰা নিৰ্ম্মিত হব লাগিছে। ইয়াৰে খেতিৰ মাটিতো পানী যোগান ধৰে।

গঙ্গোত্ৰী উত্তৰ প্ৰদেশত। সেই গঙ্গোত্ৰীৰ পৰাই গঙ্গা নদী উৎপত্তি হৈ হৃষিকেশৰ মাজেদি আহি হৰিদ্বাৰৰ ওচৰত সমভুমিত মিলিত হৈ ভাৰতবৰ্ষৰ নানান ঠাইলৈ প্ৰবাহিত হৈছে। গঙ্গা শিৱৰ জতাৰ পৰা প্ৰৱাহিত হৈ অহা বুলি হিন্দু শাস্ত্ৰই কয় এই গঙ্গা উত্তৰ প্ৰদেশ বিহাৰ আৰু পশ্চিম বঙ্গ সোমায়। ইয়াৰ এটা অংশ ভাগীৰথী আৰু হুগলী নামে বঙ্গোপসাগৰত পৰিছেগৈ। আনটো অংশই পদ্মা নামলৈ যমুনাৰ লগ লাগি সাগৰত পৰিছে। সাগৰত পৰা অংশ মেঘনা বুলি কয়। গঙ্গাত বহুত আহি পৰা দেখা গৈছিল। সেইদৰে যমুনাতো বহুত সৰু সুৰা নদী পৰা দৃষ্টিত পৰে।

ভূৱনেশ্বৰ উৰিষ্যাৰ ৰাজধানী। এই উৰিষ্যাত হিন্দুৰ পৰম পাৱিত্ৰ তীৰ্থ শ্ৰীশ্ৰী জগন্নাথ পুৰী আছে। ইয়াৰ বাহিৰেও ভুবনেশ্বৰ বিশ্বেশ্বৰ শিৱ মন্দিৰ আছে।

মনকৰিব লগা। বঙ্গোপসাগৰৰ পাৰত জগন্নাথ মন্দিৰ অৱস্থিত এই পুৰী অতিব মনোৰম। উৰিষ্যাৰ ব্ৰাহ্মনী বেতৰনী, মহানদী, উল্লেখ যোগ্য নদী। প্ৰায় প্ৰদেশতে চোনিৰ কল পোৱা যায়। সেইদিনা সান্ধিয়া মথুৰাৰ পৰা গকুললৈ যাত্ৰা কৰা হল। তেতিয়া গকুল

গকুল যাত্ৰা। পাওঁতে ৰাতি ৭ সাত বাজে।

৩১।১।৭০ তাৰিখৰ প্ৰভাতস্থান পতিত পাৱন

কৃণ্ডত কৰা গল। স্নানকৃত্যৰ অৱসানে মন্দিৰলৈ যোৱা যায়। প্ৰথমে যমুনাৰ ব্ৰহ্মঘাটত জল গ্ৰহণ কৰি আহি শ্ৰীকৃষ্ণৰ জন্ম স্থান দৰ্শন কৰা হয়। জন্ম স্থান ভেটি আকাৰত আছে। কিন্তু সেই স্থান কোনেও ভৰি দিব নোৱাৰাকৈ আবৃত কৰি ৰখা হৈছে। ইয়াৰ পাছে নন্দ ভৱনলৈ যোৱা হয়। য'ত নন্দ যশোদাৰ ঘৰ। তাত কৃষ্ণ বলোৰাম, নন্দ যশোদা আদি গোপ সকল আছে। তাৰ পাচত অৰ্জ্জুন ভঞ্জন পুতনা বধ, মাখন ভক্ষন আৰু মাটি খোৱা, চক্ৰবাত সংহাৰ, শকত ভঞ্জন আদি লীলাভূমি দৰ্শন কৰা হল। সেই বিলাকত যথাশক্তি দক্ষিনা দিব লাগে। তাৰ শেষে গকুল নাথ গিৰিৰাজ মন্দিৰ আদিও দৰ্শন কৰাগৈ হয়। তেতিয়া প্ৰায় বাৰ বাজে পৰমেশ্বৰৰ লীলাভূমি দৰ্শনত নয়ন সাৰ্থক কৰিবলৈ বহুত কঠোৰ। মনত নানা ভাগে আলোড়ন কৰে।

**গকুল ধাম**
**উঃপ্ৰদেশ।**

গকুলতো গাখীৰৰ মূল্য কম, অথচ নিভাজ গাখীৰ খোৱা হয়। গৰুৰ চেহেৰা দেখি চাই থকিবৰ মন যায়। ঘিউ, ক্ৰিম, মাখন আদি বহুত বস্তু তৈয়াৰ কৰে। গৰম গাখীৰ প্ৰতি ঘৰে ১৫।২০ লিটাৰকৈ ৰাখে। যাত্ৰীয়ে কিনি খাব পাৰে। খোৱাৰ মাটিৰ পাত্ৰ তেওঁলোকে যোগাৰ দিয়ে। সেই দিনা ১২ কিলো গাখীৰ কিনি লৈ পায়সান্ন ভোজন কৰা হয়। গাখীৰৰ মিঠাই অপাৰ পোৱা যায়। অবসৰ হৈ এক ৰজাত আগ্ৰা অভিমুখে ৰাৱনা কৰা যায়।

**আগ্ৰালৈ যাত্ৰা**

আৰেলি তিনি বাজে। এনেতে আগ্ৰাৰ তাজমহলৰ দৰ্জ্জা পোৱাগৈ হৈছিল। দৰ্জ্জাৰ মুখত গাড়ী ৰাখি তাজমহললৈ প্ৰৱেশ কৰা হয়। প্ৰথম দুকাষে পাথৰেৰে বন্ধোৱা দুটা সুন্দৰ ৰাস্তা। মাজত পানীৰ এটা ইলেক্ট্ৰিক জৰণা।

অদ্বিতীয় তাজমহল আগ্ৰা

প্ৰথমেই যাত্ৰীৰ মন আকৰ্ষণৰ সেইটোৱেই বিশেষ আহিলা। দুকাশে দুশাৰী সুন্দৰ চন্দন গছ। নানা ফুলেৰে সোশোভিত প্ৰবেশ দ্বাৰ। অলপ গৈ তাজমহলৰ এটা খাপ উঠি প্ৰবেশ টিকট গ্ৰহণ কৰিব লাগে। প্ৰতি টিকটৰ হাৰ '৫০ পইছা। জনতাৰ সীমা নাই। সমিপতে নিজৰ জোতা চেন্দেল ৰাখি ভিতৰত প্ৰৱেশ কৰিব লাগে। মলি থকা ভৰিৰে সোমাবলৈ নিদিয়ে। সোমায় অপূৰ্ব্ব কাৰু কাৰ্য্যৰ নিপুণতা সৌন্দৰ্য্যত বিমোহিত হব লগা হয়। ভিতৰত "মমতাজ"ৰ সমাধি স্থান বেদী আকাৰত আছে। কাষতে তেওঁৰ স্বামী চাহজাহানৰ সমাধি আৰু সমাধি স্থান বেষ্টন কৰি ৰখা হৈছে।

ধূপ-ধূনা প্ৰদীপৰ শাৰী শাৰী সমাধিৰ কাষত প্ৰকাশ মান। মুছলমান লোকসকলে উপাসনা কৰি থকা দেখা যায়। সমাধি স্থানৰ ওপৰত টকা শিকা পৰি আছে। সেইবিলাক মুছল মান লোক সকলে দি তেওঁলোকৰ প্ৰতি শ্ৰদ্ধা জনায়।

আগ্ৰাৰ তাজ উঃ প্ৰদেশ

কিন্তু। সত্ৰাধিকাৰ প্ৰভুৱে সেই ভিতৰ অংশ লৈ যোৱাৰ পৰা বিৰত থাকিল। বাহিৰ অংশ চায়েই উজটি আহিছিল। চাৰিওফালে

চাৰিডাল ধ্বজা আছে। পিছ ফালে যমুনা নদী প্ৰৱাহিত হৈছে। বাস্তৱিকতে অতি সুন্দৰ দৃশ্য। তিনি ফালেদি সোমাব পৰা তিনিখন তোৰণ আছে। প্ৰতি অংশত কলনী, চন্দন আৰু সৰল গছৰে শোভা বঢ়াইছে। মমতাজৰ

**বৃন্দাবন পথ আৰোহণ**

অতীত স্মৃতি চাই চিতি পুনৰ বৃন্দাবন পথে গাড়ী এৰি দিয়া হৈছিল। ৰাতি ৯ বজাত বৃন্দাবন ধামৰ তোৰণ পোৱাগৈ হয়। গৌতম পাড়া বৃন্দাবন ধামৰ পাণ্ডা শ্ৰীশ্যাম সুন্দৰ গৌতম কিছু দূৰ আগবাঢ়ি আহি পূজ্যপাদ প্ৰভুক মহাসমাৰোহেৰে আদৰণি জনাই নিয়েহি। গৌতম পাড়াৰ তেওঁৰ

**গৌতম পাড়া বৃন্দাবন**

আলহী ৰখা এটা ঘৰত আমাৰ যাত্ৰীসকল আৰু প্ৰভুৰ কাৰণে বেলেগ ব্যৱস্থা কৰি সুবিধা ৰাখিছিল। তাত ৰাতি থকা যায়।

ফেব্ৰুৱাৰী মাহৰ এক তাৰিখ। পুৱা ৭ বজাত যমুনা ঘাটলৈ স্নান আৰু পিণ্ড দানৰ বাবে যোৱা হল। লগত আমাৰ পাণ্ডা। যথানিয়মে পিণ্ডাদি দান কৰি থকা ঠাইলৈ ঘূৰি আহি আহাৰ কৰি দুই বজাত পুনৰ মন্দিৰ সমূহ দৰ্শনৰ বাবে যোৱা হল। সেই দিনা দৰ্শনীয় স্থান সমূহ তলত উল্লেখ কৰা হল। প্ৰথমেই বৃন্দাবনত থকা স্বামীসকলৰ সমাধি স্থান সমূহ

**স্বামী সকলৰ সমাধিস্থান**

দৰ্শন কৰা কৰ্ত্তব্য ভাবি এক গৰাকী প্ৰবীনা মহিলাৰ সৌজন্যত উক্ত সমাধিস্থান চোৱাৰ সৌভাগ্য মিলিছিল। তেওঁৰ কৰ্ত্তব্য আৰু ব্যৱসায়

সেই ঠাই বিলাক বুজাই দিয়া। দৰ্শনান্তে যাত্ৰীসকলে সেই মহিলা গৰাকীক যথাসাধ্য দক্ষিণা কৰা বিধেয়। সমাধি প্ৰায় ৮১ খনলৈকে গণনাৰ লেখত পৰিছিল। তাৰ পাচত

মন্দিৰ দৰ্শন। গিৰিধাৰীলাল মন্দিৰ, গোবিন্দ মন্দিৰ, পৌনমাশী মন্দিৰ দৰ্শন কৰা হয়।

গোবিন্দ মন্দিৰ বহুত পোৰাণিক। নিৰ্ম্মাতা বজ্ৰনাভ। উক্ত মন্দিৰ বিশেষ কাৰু কাৰ্য্যৰে পৰিপূৰ্ণ আছিল কিন্তু এতিয়া

ঔৰংজেবৰ উপদ্ৰৱ তাৰ ভগা ছিগা অৱস্থা ঔৰংজেৱৰ উপদ্ৰৱত সেই মন্দিৰ বাৰ্জ্জিত হয়। ওপৰৰ তিনি অংশ অত্যাচাৰ কৰি ভাঙি পেলাই। প্ৰবাদ শুনা যাই—এই মন্দিৰ পূৰ্ব্বতে সাততলা আছিল। মন্দিৰৰ ওপৰত ৰাতি ১ মোন ঘিউ এটা প্ৰদীপ জ্বলাইছিল। এই প্ৰদীপ আগ্ৰাৰ পৰাও দেখা গৈছিল।

এদিন ৰাতি ভোটাতৰা জ্বলি থকাদি জ্বলি থকা প্ৰদীপ শাৰিৰ ওপৰত আউৰঙ্গজেৱ বাদছাহৰ চকু পৰিল। খবৰ কৰি বৃন্দাবনৰ গোবিন্দ মন্দিৰৰ প্ৰদীপ বুলি জানিব পাৰি তেওঁৰ অসহ্য হল। তেওঁৰ ৰোষ বহ্নিৰ ফলত কেইদিন-মানৰ ভিতৰতে মন্দিৰ নষ্ট হৈ গল।

মুছলমান ৰাজত্বত এইটোৱেই নহয়, হেজাৰ বিজাৰ মন্দিৰ ধ্বংশ হল।

তাৰ বাজেও কালাপাহাৰে যথেষ্ট অত্যাচাৰ কৰে। তললৈ মূল ভেটীৰ পৰা তিনি খাপ দ। শেষৰ খাপত পৌনমাশী

বৃন্দাবন মন্দিৰ দৰ্শন। দেৱী অৱস্থিত আৰু শ্ৰীগোবিন্দৰ যুগল চৰণ দেখা পোৱা যায়। এই মন্দিৰ ১৬৯৩ চনত নিৰ্ম্মান কৰা হয়।

ইয়াৰ পাছত লক্ষী শেঠ মন্দিৰ পোৱা যায় সন্মুখতে ১২।২০ সেৰ ওজনৰ এদাল সোনৰ ধ্বজা আছে। ওখ প্ৰায় ৭০।৮০ ফুট। তাৰবাজেও গ্ৰাহ গজেন্দ্ৰ কুণ্ডৰ, বহুত তলত মন্দিৰৰ একাংশ দেখা যায়। লক্ষন বালাজী মন্দিৰ, নৃসিংহ মন্দিৰ, সুদৰ্শন মন্দিৰ, বেনু গোপাল মন্দিৰ, সত্যানাৰায়ণ মন্দিৰ, ৰামলক্ষন ভৰত শত্ৰুঘ্ন মন্দিৰ, সনক সনন্দ সনত কুমাৰ সনাতন এই চাৰি সিদ্ধৰ মন্দিৰ, বদ্ৰিনাৰায়ণ মন্দিৰ, পূৰ্ণ বিহাৰী মন্দিৰ, গঙ্গা দেৱী মন্দিৰ, আদি নাৰায়ণ, পৰশুৰাম, ৰাম মন্দিৰ, অনন্ত সৰ্য্যা মন্দিৰ উপবন (এইবন অনন্ত নাৰায়ণ মন্দিৰৰ সন্মুখত) উক্ত বনত বহুবত এবাৰকৈ ভগৱন্তই বিহাৰ কৰেহি। হনুমান মন্দিৰ, ৰাধেশ্যাম মন্দিৰ, জগদীশ মন্দিৰ, পুলিন বন মন্দিৰ আৰু ৰাধাকৃষ্ণ মন্দিৰ, গোয়াল মন্দিৰ, ৰাধাকৃষ্ণ যুগল মন্দিৰ (এই মন্দিৰ ব্ৰহ্ম দেশৰ ৰজাই কৰাই দিছিল) শিৱ মন্দিৰ (সুন্দৰ লিঙ্গ) বংশীবট্ ব্ৰহ্মা মোহন স্থান, অসম সেৱা সঙ্ঘ শঙ্কৰ মন্দিৰ। উক্ত

দৰ্শনীয় বৃন্দাবনৰ মন্দিৰ সমূহ। মন্দিৰত অসমৰ নামত অসমীয়া আখৰেৰে শ্ৰীমন্ত শঙ্কৰদেৱৰ নামাকৰণ অসম শাখাৰ পৰা তৈয়াৰ কৰাই। তাত থাপনা পাতি খোল ৰৰতাল আদিৰে দৈনন্দিন প্ৰসঙ্গ

চলাই থাকে। তাত এজন অসমীয়া মানুহ থাকে। তেখেতৰ ঘৰ তেজপুৰ পৰ্ব্বতীয়া গাঁৱত। ইয়াৰ পাচত ব্ৰহ্মাকুণ্ড। সেই কুণ্ডৰ পানী বহুত তলত থকা দেখা গৈছিল। যদিও অতি পুৰণি স্মৃতি, তথাপিও পৰিস্কাৰৰ পৰা বহুত আঁতৰত। নানান আবৰ্জ্জনাৰে পৰিপূৰ্ণ গোবিন্দ মন্দিৰ। এই মন্দিৰত টিকতলৈ দৰ্শন কৰিব লগা হৈছিল। এই মন্দিৰকেলৈ তিনিটা মন্দিৰত টিকত লোৱা ব্যৱস্থা আছে। সেই টকা পইছা সমূহ চৰকাৰে গ্ৰহণ কৰে বুলি জনা গৈছিল। প্ৰতি জনৰ '৭৬ পইছাকৈ দিব লাগে। বহুত প্ৰাচীন মন্দিৰ। গাম্ভীৰ্যপূৰ্ণ ৰাধাকৃষ্ণ মূৰ্ত্তি। তাত মিঠাই জাতীয় প্ৰসাদ সাধাৰণ ভাবে যাত্ৰী সকলক বিতৰণ কৰে। তাৰ পাচত প্ৰাচীন গোপীনাথ মন্দিৰ, ৰাধাৰমন মন্দিৰ, ৰাধামনমোহন মন্দিৰ, ৰাধাদামোদৰ মন্দিৰ স্বাহা-বিহাৰী লাল ৰাধা মন্দিৰ আদি ৰামৰ বাহিৰে নানান মূৰ্ত্তি সমূহ দেখা পোৱা যায়।

তাতোতকৈও এক সৌভাগ্যৰ বিষয় আৰু আচৰিত কথা যে, শ্ৰীকৃষ্ণদেৱৰ চৰণৰ চাব এডোখৰ শিলত এটি গো খোজ সহ দৃশ্যমান হৈ থকা দেখা গৈছিল। সেই খোজ দুটি যে সম্পূৰ্ণ প্ৰভুৰ লীলা কালৰ নহব তাত সন্দেহ নাই। ৰাধিকা বল্লভ মন্দিৰ, আনন্দ বল্লভ মন্দিৰ, আদি দৰ্শনৰ পাচত আমাৰ থকা ঠাইলৈ প্ৰত্যাগমন কৰা হয়। তেতিয়া ৰাতি ৮-৫৫ মিনিত যায়।

২।২।৭০ তাৰিখ। সেইদিনা ব্ৰত নিষ্ঠ হৈ পঞ্চক্ৰোশ পৰিক্ৰমা কৰিবৰ কাৰণে ৩ বজাত পুৱা যাত্ৰা কৰা হ'ল।

বৃন্দাবনৰ পঞ্চক্ৰোশ ভ্ৰমণ

যাওঁতে খোল তাল লৈ সদলবলে প্ৰথমে যুগল ঘাটলৈ যোৱা হয়। যুগল ঘাটৰ ওপৰ প্ৰান্তত থকা কদম্ববৃক্ষত প্ৰদক্ষিণ কৰি, সংকল্পলৈ যাত্ৰা কৰা হল। তেতিয়া দহ বাজে। সেইদিনা একাদশী তিথি আছিল। স্থানীয় ব্ৰজবাশী সকলেও একাদশী, পূৰ্ণিমা আদি শুভ দিনত যমুনাত বহু দূৰৰ পৰা আহি স্নান কৰি তৰ্পণ দিয়েহি, আৰু পঞ্চক্ৰোশ পৰিক্ৰমা কৰে। তাৰ ভিতৰত মণিপুৰি যাত্ৰীৰ সংখ্যা অধিক। সকলো ব্ৰজবাসীৰ মুখত কেৱল ৰাধেশ্যাম ৰাধেশ্যাম এই মাত শুনা গৈছিল। যমুনাৰ কাষে কাষে অসংখ্য মন্দিৰ। সাধু সন্ন্যাসী অনেক। বঙালী বিলাক প্ৰতি স্থানতেই শাৰী শাৰী। সেই যুগল ঘাটতে প্ৰথমেই সংকল্প গ্ৰহণ কৰিব লাগে। সংকল্প গ্ৰহণ কৰোতে প্ৰতি জনৰ হাততে এটাকৈ লগুণ, আৰু এটা কৰি চুপাৰী অৰ্থাৎ তামোল দি মন্ত্ৰ উচ্চাৰণ কৰাইছিল। সৰ্ব্বশেষত ঘূৰি আহি পঞ্চক্ৰোশ অৰ্থাৎ

বৃন্দাবন পৰিক্ৰমা ও দৰ্শন

দহ মাইল, প্ৰদক্ষিণৰ বাবে পাণ্ডাক প্ৰতিজনেই ১৲ টকা হিচাবে মুঠ ১৬৲ টকা দক্ষিণা কৰা হৈছিল। তাৰ পৰা আহি নিধুবন নামৰ প্ৰভুৰ লীলাভূমিত প্ৰৱেশ কৰা হয়। তাত থকা মন্দিৰ আৰু প্ৰভুৰ লীলা সংশ্লিষ্ট প্ৰাকৃতিক সৌন্দৰ্য্য দৰ্শনত মন আপ্লুত নহৈ নোৱাৰিছিল। বনৰ ভিতৰ অংশ অতি পাৰন্ধাৰ। মাজৰ সৰু সৰু কেইবাটাও

মন্দিৰ আছে। লগতে শ্ৰীকৃষ্ণৰ পদ চিহ্নে ৰঞ্জিত কৰি আছে। মাজত শ্ৰীৰাধা আৰু শ্যাম কূণ্ড নিৰ্ম্মাণ কৰা আছে। সুন্দৰ সুন্দৰ ফুল গছবোৰেৰে জাতিস্কাৰ। নিধুবনৰ ফুল বৃক্ষ সমূহৰ মাজে মাজে থকা সুৰুঙ্গ বাটবিলাকেদি যাত্ৰীসকল অহা যোৱা আৰু বনৰ সৌন্দৰ্য্য উপভোগ কৰে। ম'ৰা আৰু বান্দৰ বহুতো। ম'ৰা বা বান্দৰবিলাকে মানুহলৈ সমুলি ভয় কৰা নাছিল। মানুহৰ কাষ চাপি আহাৰ বিচাৰ কৰে—আৰু যাত্ৰীসকলৰ হাতে কল, বুট, মতৰমাহ, বাদাম আদি দিয়া দ্ৰব্য গ্ৰহণ কৰে। তেওঁলোকে এখন হাতেৰে আমাৰ হাতত ধৰি আনখন হাতেৰে আহাৰ খোৱাত ব্যস্ত।

**ঘাট সমূহৰ বৰ্ণনা**

প্ৰদক্ষিণ কৰোঁতে প্ৰথম (১) যুগল ঘাটতে আৰম্ভ কৰি ক্ৰমে (২) বিহাৰ ঘাট পোৱাগৈ হয়। সেই বিহাৰ ঘাটত ৰাধাকৃষ্ণই সেই ঘাটৰ জলত নামি যমুনাৰ দৃশ্য চাই আনন্দ উপভোগ কৰিছিল। (৩) অন্ধেৰা ঘাট অৰ্থাৎ শ্ৰীকৃষ্ণদেৱে লৰাবিলাকক দুই হাত দি চক্ষু জপাই ধৰি ধেমালি কৰাৰ বাবে অন্ধেৰা ঘাট নামে প্ৰখ্যাত। (৪) শৃঙ্গাৰ ঘাট। শ্ৰীকৃষ্ণে আদ্যা শক্তিৰ সহিত লীলা খেলা কৰা স্থানকেই শৃৰঙ্গা ঘাট নামে প্ৰখ্যাত। (৫) বস্ত্ৰ হৰণ ঘাট। (৬) গোবিন্দ ঘাট। (৭) কেশি অসুৰক বধ কৰা বাবে কেশি ঘাট। (৮) বংশী বট ঘাট। (৯) গোপাল ঘাট, (১০) ৰাজ ঘাট

(১১) কালী ঘাট, (১২) বাৰ ঘাট, এইমাদি ক্ৰমে দ্বাদশ ঘাট প্ৰদক্ষিণ কৰা হৈছিল।

ইয়াৰ পাচত বাঙ্কা বিহাৰী সৰ্য্যা অৰ্থাৎ (ৰাণী মন্দিৰ) তাত ৰাধা কৃষ্ণৰ যুগলৰূপ দেখিবলৈ পোৱা হয়। সেই ভ্ৰমণ অংশত পঞ্চমুখী হনুমান, বলোৰাম, বন বিহাৰ স্থান, গৌতম মুনিৰ আশ্ৰম পোৱা যায়। গৌতম মুনিৰ আশ্ৰম আৰু মন্দিৰ পাই মনত অপাৰ আনন্দ বৃন্দাবন দৰ্শন লাগিছিল। আশ্ৰমখনিও বহুত আহল বহল মনোৰম স্থান। ইত্যাদি দৰ্শন আৰু প্ৰদক্ষিণৰ অন্তত থকা ঠাইলৈ অহা হয়। খাই লৈ জিৰাই সঁতাই চাৰি বজাত পুনৰ মন্দিৰ দৰ্শনৰ বাবে যোৱা হয়। পূৰা পথশ্ৰম হৈ থকাৰ বাবে সেই বেলা অধিক মন্দিৰ দৰ্শন কৰা নহৈছিল।

তথাপিও অষ্ট সখী মন্দিৰ, ৰাধা মদন গোপাল, ৰাস বিহাৰী মন্দিৰ, ৰাধা বিনোদ, ৰাধা গোপাল, হংস গোপাল, মদন মোহন, নতুন মদন মোহন, শ্ৰীমতী কুণ্ড, শিৱ পাৰ্ব্বতী মন্দিৰ, কদম্ব বিহাৰী, মূঞ্জবন, দাবানল কুণ্ড, ৰাধা শ্যাম, নিকুঞ্জ বন, ভাণ্ডীৰ বন আদি অন্যান্য ঠাকুৰ বাৰী সমূহো দৰ্শন কৰা গৈছিল। তাৰ বাজেও গোৱৰলী মঠ চাই চিতি সেই দিনাৰ লীল ভূমি ব্ৰজ বৃন্দাবনৰ দৰ্শন সমাধা কৰা গৈছিল।

৩।২।৭০ পুৱা স্নান কাৰ্য্য সমাধা কৰি বাঙ্কা বিহাৰী মন্দিৰ দৰ্শনৰ কাৰণে যোৱা সময়ত যাত্ৰীসকলৰ সেই মন্দিৰত

বৃন্দাবন দৰ্শন

বহুত ভীৰ। টঙাল বন দৰ্শনান্তে বৃন্দাবন পৰিভ্ৰমণ সমাপ্ত কৰা যায়। মুঠ বৃন্দাবনত ৪০০ শ মন্দিৰ আছে। তাৰ ভিতৰত বাঙ্কা বিহাৰী মন্দিৰেই অতি জাগ্ৰিত বুলি পাণ্ডাই জনাইছিল।

এইখিনিতে আৰু এটি কথা প্ৰকাশৰ প্ৰয়োজন যে, বৃন্দাবনত স্ব হস্তে যমুনা পূজা কৰি নিজৰ জীৱিত অৱস্থাত যোড় পিণ্ড অৰ্থাৎ বৰোৎসৰ্গ কৰিব পৰা ব্যৱস্থা আছে। কিন্তু অৰ্য্যমাদিৰ পিণ্ড দান কৰা নেযায়। তাৰ বাজেও ব্ৰাহ্মন ভোজন, অন্নদান, গো দান, স্বৰ্ণ দান, ভূ-দান প্ৰভৃতি অনেক সৎ কাৰ্য্য কৰাৰ ব্যৱস্থা আছে। ঠিক দুপৰ ভাগতে আমাৰ থকা স্থান গৌতম পাড়াত উত্তৰ লক্ষীমপুৰৰ

বৃন্দাবন ত্যাগ আৰু দিল্লী যাত্ৰা

ঘাৰমৰা সত্ৰৰ ডেকা গোস্বামী আৰু তেখেতৰ সহধৰ্ম্মিনি আৰু কাশীত শিক্ষা লাভ কৰি থকা নগাৱঁৰ শ্ৰীপ্ৰফুল্ল গোস্বামীক লগ পোৱা হৈছিল। মানুহ দুজন জনপ্ৰিয়। তেখেতৰ পৰিবাৰ কৰতি পাৰ "মাজুলী" সত্ৰৰ শ্ৰীযুত দেবেশ্বৰ গোস্বামীৰ ভনিয়েক আছিল। উক্ত গোস্বামী প্ৰভু বৰ্ত্তমান দৰং কলেজৰ প্ৰফেচাৰ। তেখেত সকলক সেই বৃন্দাবনতেই প্ৰবাসী গৃহত প্ৰবাসী ভাবে আমালোকে আতিথ্য সৎকাৰ কৰিবলৈ পাই বহুত আনন্দ লাগিছিল।

পাণ্ডা প্ৰৱৰক যথাযোগ্য ভাৱে সন্মান জনাই দিল্লী পথে একবজাত গাড়ী এৰা হ'ল। বাটতে অলপ

গীতামন্দিৰ দৰ্শন

দূৰ আহি গীতামন্দিৰ পোৱাহি হয়। সেই মন্দিৰ অলপতে সজা। সেই মন্দিৰ ভাৰত বিখ্যাত ধন কুবেৰ বিৰলাই নিৰ্ম্মাণ কৰিছিল মন্দিৰ দেখি চকু ঘূৰাই অনা বৰ কষ্ট যেন বোধ হৈছিল। মাৰ্ব্বল পাথেৰেৰে নিৰ্ম্মিত, নানান নক্সা আৰু মূৰ্ত্তিৰে দৰ্শকৰ মন আকৰ্ষণ কৰাত বিশেষ দক্ষতা লাভ কৰে। মন্দিৰত সুদৰ্শনধাৰী বাওঁহাতে শঙ্খলৈ প্ৰসন্ন বদনে থকা প্ৰায় ৫½ ফুট মান ওখ কৃষ্ণ মূৰ্ত্তিয়ে কুৰুক্ষেত্ৰলৈ মনত পেলাই থকা যেন দেখা গৈছিল। কাযতে নিৰ্ম্মান কৰি ৰখা

শ্যামকুণ্ড ললিতা কুণ্ড আদি দৰ্শন

কপিধ্বজ ৰথখন দুটা প্ৰকাণ্ড আকাৰৰ ঘোঁৰাই টানি থকা দেখা যায়। ৰথখনো প্ৰায় ওখ ৮।১০ ফুটৰ কম নহয়। তেনে দৰে দীঘল আৰু বহল। সমীপৰ ঘৰ এটাত গীতাৰ অষ্টাদশ

উঃ প্ৰঃ

অধ্যায় বেৰত মাৰ্ব্বল পাথৰত কাটিথোৱা পোৱা যায়। আখৰ সমূহ হিন্দী। পূব অংশত এটা মাৰ্ব্বলৰ শকত আকাৰৰ হাতী। প্ৰবেশ দ্বাৰত দুটা প্ৰকাণ্ড আকৃতিৰ সিংহ, মনোৰম গীতা মন্দিৰ।

কুশুম সৰোবৰ

সেই মন্দিৰৰ পৰা আহি গোৱৰ্দ্ধন পৰ্ব্বতৰ মাজেদি শ্যাম কুণ্ড, ৰাধা কুণ্ড, ললিতা কুণ্ড, অষ্ট-সখী কুণ্ড আদি দৰ্শন কৰি কুশুম সৰোবৰ নামে এটা পুখুৰী পোৱা যায়। ওচৰতে শ্ৰীচৈত্যন্য দেৱৰ মন্দিৰ আছে। তাত মণিপুৰৰ এগৰাকী মহিলা থাকে। ক্ৰমাগত

মন্দিৰ সমূহ উঃ প্ৰঃ গোপাল মন্দিৰ, ৰাধাশ্যাম মন্দিৰ, ৰাধদামোদৰ মন্দিৰ, ৰাজ মন্দিৰ বৃন্দা ললিতা, ৰাধা মন্দিৰ, গোবিন্দ মন্দিৰ, ৰাধামথন মন্দিৰ, গোপীনাথ মন্দিৰ, আদি দৰ্শন কৰা যায়।

দিল্লী পথে গাড়ী আহি আহি বৰচলা নামৰ এডোখৰ ঠাই পোৱাহি হয়। অতি উচ্চ পাহাৰৰ ওপৰত অতিজৰে ৰাধা মন্দিৰ পোৱাহি হয়। তেতিয়া সন্ধ্যা ৬—৩০ বাজে। মন্দিৰ বহুত সুন্দৰ।

বৰচলা ৰাধাদেবী মন্দিৰ উঃ প্ৰঃ

এই ৰাধাদেবী মন্দিৰৰ তাৎপৰ্য্য হ'ল শ্ৰীকৃষ্ণই বৃন্দা-বনত গৰু চৰাই ফুৰা অৱস্থাত ৰাধাই সেই ওখ মন্দিৰৰ পৰা দৃষ্টি কৰি ভাল পাইছিল। ওচৰতে অষ্টসখীৰ মন্দিৰ আছে। তাত বৃন্দা, ললিতা, চিত্ৰা, সুমিত্ৰা, ইন্দ্ৰমুখী, ৰঙ্গদেবী, চন্দ্ৰ-মালা, বিশাখা আদি অষ্টসখী মূৰ্ত্তি একে মন্দিৰত অৱস্থিত। এই অষ্ট সখীয়েই শ্ৰীমতীৰ সঙ্গিনী আছিল। ওচৰতে ৰাধাৰ মালা যোগনীয়া সুদামা মন্দিৰ। অলপ আঁতৰতে "বিস্বান" ৰজাৰ ভৱন। তেওঁৰ ৰাণীৰ নাম কীৰ্ত্তিৱতী। পুত্ৰ সুদামা আৰু সৰু জীয়েক শ্ৰীমতী ৰাধাদেৱী বুলি এজন পাণ্ডাই কৈছিল।

বিস্বান ৰজাৰ মন্দিৰ

তাৰপৰা আহি পথৰ কাষত এখন স্থানত গাড়ী ৰাখি খোৱা মেলাৰ ব্যৱস্থা গ্ৰহণ কৰা যায়। তেতিয়া ৰাতি প্ৰায় দহ বাজে।

## "বৃন্দাবনৰ বিশেষ পৰিচয়"

বৃন্দাবনৰ পৰিধি—৮৪ ক্ৰোশ। অৰ্থাৎ ১৬৮মাইল। এই চৌৰাশী ক্ৰোশৰ ভিতৰত মধুবন, তালবন, খাজুৰবন, কুশুমবন, গিৰিধৰ পুৰ, শান্তনু কুণ্ড, হতিয়া গাওঁ, গন্ধবৈশ্বৰ, খেচৰি গাওঁ, বহলাবন, বিহাৰবন, ৰাধা কুণ্ড, গোৱৰ্দ্ধন, মাধুৰী কুণ্ড, ভৰনপুৰ, পৰাসোলি ৰূদ্ৰ কুণ্ড, কামবন, কনুৱা-বাৰী গাওঁ, বৰচানা, গহ্বৰ গাওঁ, প্ৰেম সৰোবৰ, নন্দ গাওঁ, বছপন স্থান. অক্ৰুৰ ঘাট, বৃন্দাবন, ভদ্ৰবন, ভাণ্ডীৰবন, বেল-বন, খেলনবন, মানসৰোবৰ, লোহবন, বৃহৎবন, বলদেৱ গ্ৰাম দেৱ নগৰ, ব্ৰহ্মাণ্ড ঘাট, মহাবন, গোকুল ইত্যাদি শ শ খন গাঁৱেৰে পৰিপূৰ্ণ এই চৌৰাশী ক্ৰোশ।

ইয়াৰ ভিতৰত গোৱৰ্দ্ধন পৰ্ব্বত ৭ মাইল দীঘল। ইত্যাদি লিখিত স্থান সমূহত বাচ মটৰেৰে চলাচল কৰিব পাৰি। সৌন্দৰ্য্য পূৰ্ণ স্থান। প্ৰত্যেকতে মন্দিৰ সমূহ বেলেগ বেলেগ নামেৰে অনুস্থিত।

**প্ৰাসঙ্গিক :**—পবিত্ৰাশয় - শ্ৰীশ্ৰীআউনীআটীয় ডেকাধিকাৰ গোস্বামী প্ৰভুৱেও এই তীৰ্থক্ষেত্ৰ দৰ্শনাৰ্থে গত ১৮৯১ শকৰ আহাৰ মাহত নিজ সত্ৰ আউনীআটীৰ পৰা যাত্ৰা কৰিছিল। তেখেতে যাত্ৰাৰ সময়ত মাজুলীৰ মূখ্য মূখ্য সত্ৰ কেই-খনত নিজেগৈ দৰ্শন লাভ কৰে। যাত্ৰা কৰা কালত যোৰহাট আৰু মাতৃভূমি নগাওঁ আদিত সোমাই তীৰ্থ যাত্ৰাৰ বিদায় ওলগ জনাই।

অসমৰ মুখ্যমন্ত্ৰী ৺বিমলা প্ৰসাদ চলিহা আদি বিজ্ঞ সকলৰ লগত সু-পৰামৰ্শ গ্ৰহণ কৰি কলিকতা হৈ জগন্নাথ পুৰীলৈ যাত্ৰা কৰে। ক্ৰমে ভুৱনেশ্বৰ, গয়া, প্ৰয়াগ, বৃন্দাবন, মথুৰা, গকুল, গোবৰ্দ্ধন, আদি দৰ্শনান্তে দিল্লী দৰ্শনত ব্ৰতী হৈছিল।

ইয়াৰ বাজেও হৰিদ্বাৰ, হৃষিকেশ, লক্ষ্মনজুলা, অযোধ্যা, গোৰখপুৰ আদি নানান স্থান দৰ্শনৰ সুযোগ ঘটিছিল। বৃন্দাবনত তেখেতে প্ৰায় ৪।৫ দিনমান কটাই তাত থকা কালত বৃন্দাবন কৃত্য ( কৰণীয় ) প্ৰায় সমাধা কৰি ৰাস লীলা দৰ্শনে দৃষ্টি সাৰ্থক কৰে। গৌতম পড়াৰ ধৰম শালাতে প্ৰভুজনা থকাৰ সকলো সুবিধা পাইছিল।

তেখেতৰ গুণ গৌৰৱ আৰু পুজ্যাপাদ শ্ৰীশ্ৰীযুক্ত আউনীআটীয় সত্ৰাধিকাৰ প্ৰভুৰ কথা বিষদভাবে বৃন্দাবন পাণ্ডা শ্ৰীশ্যাম সুন্দৰ গৌতমে আমাক জনাইছিল। ইয়াৰ উপৰিও বৃন্দাবন নিবাসী অনেকজনে তেখেতৰ সংগুণ বাখ্যাবে আমাৰ আগত স্বীকাৰ কৰে। আমাৰো প্ৰভুৰ সংগুণ গৰীমা প্ৰকাশত আনন্দ লাগিছিল।

২২।৪।৯১ শকৰ শাওণ মাহত আহি পুনৰ মাজুলী শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰত সোমায় ৺যাদৱৰায় মহাপ্ৰভূ দৰ্শন কৰি সত্ৰাধিকাৰ প্ৰভু আৰু বৈষ্ণৱ সকলৰ লগত তীৰ্থালাপ অন্তশান্তে নিজ সত্ৰ আউনীআটীলৈ যাত্ৰা কৰে।

উপৰোক্ত জিৰনী লোৱা স্থানৰ পৰা দিল্লী নগৰলৈ আৰু ৪৫ মাইল বাকী আছিল। সাধাৰণ গতিত আহি

দিল্লী মহানগৰ ভ্ৰমণ ও দৰ্শন

ৰাতি ১২ বজাত দিল্লী নগৰ পোৱাহি হল। ৰাতি নিৰলা পাই ওৰে ৰাতি দিল্লী নগৰ পৰিভ্ৰমণ কৰা যায়। ৰাতি নগৰত মটৰ গাড়ীৰে ফুৰা মেলা কৰিবলৈ বহুত সুবিধা। যিহেতু—যান-বাহন মানুহৰ ভিৰ বহুগুণে কম। তাৰ

কেশৱকুঞ্জ সেৱাসংঘ

পাচত নগৰৰ মাজত থকা ৰাষ্ট্ৰ সেৱা সংঘ "কেশৱ কুঞ্জ" নামৰ ঠাইত বাসস্থান লোৱা হল। ৰাতি প্ৰভাত হয়।

৪।২।৭০ ৰাষ্ট্ৰ সেৱা সংঘৰ কাষত এখন ফুলনীৰ একাশে খোৱা লোৱাৰ ব্যৱস্থা কৰা হয়। সেই সুবিধাবিলাক ৰাষ্ট্ৰ সেৱা সংঘৰ পৰা আমি অক্ষুণ্ণ ভাবে পাইছিলো। বহুত উচ্চ শিক্ষিত চহৰৰ লোক সমাজে প্ৰভুক

দিল্লী কেশৱ কুঞ্জ

আহি স্বাগত জনাই শ্ৰদ্ধা নিবেদন কৰিছিলহি। নগৰৰ এম, পি এজনৰ সহযোগে বিশেষ বিশেষ অজানা স্থান সমূহ সুচাৰুৰূপে চাবলৈ সুবিধা পাইছিলো। প্ৰায় এক বাজে। নগৰ ভ্ৰমণ কৰিবৰ কাৰণে যোৱা হল। আমাৰ লগত সেৱা সংঘৰ দুজন চেচ্ছা সেৱক পথায় দিয়ে। প্ৰথমেই বিৰলা মন্দিৰত সোমায় শ্ৰীকৃষ্ণ মূৰ্ত্তি দৰ্শন কৰা হয়। সেই মন্দিৰতে দূৰ্গা, লক্ষ্মী,

বিৰলা মন্দিৰ দৰ্শন

নাৰায়ণ, শিৱ, বংশী বদন, হনুমান মূৰ্ত্তি আদি দৰ্শন কৰা হৈছিল। মন্দিৰ বহুত ডাঙৰ আৰু বিশেষ দক্ষতা পূৰ্ণ। কাৰু-কাৰ্য্য

অবৰ্ণনীয়। ইয়াৰ বাজেও নানা স্থান সজাই ঋষি মুনি, হাতী, সৰস্বতী মূৰ্ত্তি আদি মুকলি স্থানত পৰিপাতিভাবে সজাই ৰখা দেখা গৈছিল। মাজত এটা পাহাৰ নিৰ্ম্মাণ কৰা আছে। মাজখন ঘৰৰ দৰে সুৰুঙ্গা পাহাৰটোৰ সমুখখন অঘাসুৰ আৰু পাছ অংশ সিংহৰ মুখাকৃতি কৰি ৰখা দেখা গৈছিল। ভিতৰত ঋষি মুনি আদি থাকিব পাৰে। অঘাসুৰৰ মুখেদি প্ৰৱেশ কৰি সিংহৰ মুখেদি ওলাই যাব পাৰি।

**বিৰলা মন্দিৰৰ সৌন্দৰ্য্য** সোমোৱা পথৰ মুখত মাৰ্ব্বল পাথৰৰ এটা উট আৰু আন কাষে এটা বাঘ প্ৰকাণ্ড আকাৰত নিৰ্ম্মাণ কৰি থোৱা আছে। এই মন্দিৰ আৰু মূৰ্ত্তি সমূহ বিখ্যাত বিৰলাই নিৰ্ম্মাণ কৰিছিল। বংশী বদন দৰ্শন কৰোঁতে, আমাৰ প্ৰত্যেকজনৰে হেজাৰ হেজাৰ ৰূপ আৰু হেজাৰ হেজাৰজন বংশীধাৰী কৃষ্ণ মূৰ্ত্তি দেখিবলৈ পোৱা হয়। এই দৃশ্য বিশিষ্ট আইনাৰ দ্বাৰাই দেখাত অপূৰ্ব্ব কৰি তুলিছে। এই মন্দিৰতেই গান্ধীজীয়ে প্ৰতিদিনে গীতা অধ্যয়ন কৰিছিল।

ইয়াৰ পাচত পৰ্লিয়েমেণ্ট ভৱন চোৱাগৈ হয়। প্ৰথমেই **পাৰ্লিয়েমেণ্ট ভৱন** পাৰ্লিয়েমেণ্ট পাই এজন বিশিষ্ট লোকৰ দ্বাৰা ভিতৰ অংশ পুঙ্খানুপুঙ্খ হিচাবে চাবলৈ আমাৰ সুবিধা মিলিছিল। ভিতৰুৱাল সভামণ্ডপ আৰু লোক সভাৰ কোন কোন আসন কাৰ কেনেদৰে আছে সকলোবিলাক সুন্দৰ ভাবে বুজাই দিছিল। তাৰ পাচতে

**ৰাষ্ট্ৰপতি ভৱন দৰ্শন ৫।২।৭০**

ৰাষ্ট্ৰপতি ভৱন চাবলৈ যোৱা হল। ৰাষ্ট্ৰপতি ভৱন নৱ স্বৰ্গৰ দৰেই লাগিছিল। প্ৰতি তোৰণ বিলাকৃত দ্বাৰ ৰক্ষক পুলিচসকলে হাতত বন্দুক লৈ থকা দেখা যায়। যাত্ৰীসকলে পাচ লৈ সোমাব পাৰে। বিনা পাচে তাত প্ৰৱেশ নিষেধ। লগত এজন পৰিদৰ্শক থ'কে। যাত্ৰীৰ পাছখন চাই চিতিহে ভিতৰ অংশত প্ৰৱেশ কৰিবলৈ দিয়ে। তাৰ বাজেও গাৰ অংশ পৰীক্ষা কৰি চোৱা এটা তেওঁলোকৰ নীতি আছে। মূল দ্বাৰ চাৰিখন, প্ৰতি দ্বাৰত দুটাকৈ বৰটোপ প্ৰস্তুত কৰি ৰখা আছে। আমি ভৱনত প্ৰৱেশ কৰি প্ৰথমেই তেখেতে অতিথি সকলক দেখা সাক্ষাৎ কৰা মুকলি চৰাত প্ৰৱেশ কৰি ভিতৰ অংশ দৰ্শন কৰা যায়। তাৰ পৰা অলপ আহি ভিতৰত এটা কোথা পোৱাহি হয়। তাত এখন টেবুল আছে। কাষত ১০৮ (এশ আঁঠখন, চকী সজাই ৰখা দেখা পোৱা যায়। একেলগে এশ আঁঠজন বহি একেখন টেবুলতে ভোজন কৰিব পৰা ব্যৱস্থা আছে। তাত বৃটিছ আমোলৰ পৰা বৰ্ত্তমানলৈকে গৱৰ্ণসকলৰ শকত আকাৰৰ চিত্ৰ সমূহ নিখুট ভাবে সজাই ৰাখিছে।

তাৰ পৰা ওলাই আহি ভোজনালয়ৰ সমুখত এজন লোকৰ পাথৰৰ নিৰ্ম্মান প্ৰতি মূৰ্ত্তি দেখা পোৱা যায়। সেই জনেই পাৰ্লিয়েমেণ্ট আৰু ৰাষ্ট্ৰপতি ভৱন উভয়েই গৃহ নিৰ্ম্মান কৰাইছিল। সেই ঠিকাদাৰ জন আছিল সিপাৰৰ। নাম

হ'ল চাৰ ইড, উইন, লাইটিয়েঞ্চ। নিৰ্ম্মানৰ কাল ১৯১১ চনত আৰম্ভ আৰু ১৯৩০ চনত সম্পূৰ্ণ হৈ উঠে। পাৰ্লিয়েমেণ্ট ভৱন অবয়ব এটা হাঁহ কণীৰ দৰে। ৰাষ্ট্ৰপতি ভৱনৰ শপত গ্ৰহণৰ স্থান অতি নিৰ্ভিক আৰু আচুতীয়া অংশত নিৰ্ম্মিত। তাত মূখ্য মূখ্য দেশ নেতা সকলক নি, শপত গ্ৰহণ কৰাই দেশ সেৱক নিয়োগ কৰা হয়। ইত্যাদি গৃহ অংশ চাই মেলি বাহিৰলৈ ওলাই আহোঁতে বাওঁহাতে পণ্ডিত নেহেৰুৱে মহাত্মা গান্ধীৰ সাক্ষাৎ বৃটিছৰ হাতৰ পৰা ভাৰতৰ দায়ীত্ব ভাৰ গ্ৰহণ কৰা নঠি পত্ৰ সহ চিত্ৰ পটট্ দেখিবলৈ পোৱা গৈছিল। ভিতৰ অংশত থকা ফুলনীৰ অতুলনীয় সৌন্দৰ্য্যই আমালোকৰ মনত যথেষ্টই আনন্দ দিছিল। ইন্দ্ৰৰ অমৰাৱতী আমি দেখা নাই যদিও সেই ফুলনীৰ দ্বাৰাই অম্ৰাৱতীৰ সৌন্দৰ্য্যও এনেকুৱাই বুলি উপলব্ধি কৰিবলৈ আমাক বাধ্য কৰাইছিল। ভাষা নাই যে, সেই অতুলনীয় দৃশ্যৰ বৰ্ণনা কৰি অন্ত কৰিম। সেই ভৱনত মেট্ৰোৰব পৰা আৰম্ভ কৰি উচ্চ পদস্থ কৰ্ম্মীলৈকে বহুত লোক খাটি থকা দেখা গৈছিল। আন কি ফুল বাগিচাৰ প্ৰতি তোৰনতে একোজন পুলিচ। অহৰহ মালি বিলাকে ফুলনীৰ নানা কাৰ্য্যত ব্যস্ত থাকি অধিক সৌন্দৰ্য্যৰ আচনি মনে মনে আৰু হাতে কামে কৰি থকা দেখা গৈছিল। ভবনৰ বাহিৰে ভিতৰে অন্ততঃ ৩০বিঘা মাটিৰ কম নহয়। ইতাদি বিলাক চাই গধূলী ৰাষ্ট্ৰ সেৱা সংঘ থকা স্থান কেশৱ কুঞ্জ পোৱাহি

হৈছিল। প্ৰায় ৭বাজে। ৬।২।৭০, সেইদিনা অধিক বৰষুণ থকাৰ বাবে থকা থাইতে জিৰণী লোৱা হ'ল আৰু বজাৰ অংশ গধূলী চোৱাগৈ হৈছিল।

৭।২।৭০, কেশৱ কুঞ্জ, সেইদিনা আমাৰ সকলোজন অলপ সোনকালে নগৰলৈ বুলি যাবৰ উলহ-মালহ। এনে অৱস্থাত শ্ৰীশঙ্কৰআপ্তে আহি উপস্থিত হয়হি। তেখেতৰ লগত কথা বতৰা হৈ প্ৰথমেই ৰাজঘাট গান্ধীজীৰ সমাধি স্থানলৈ যোৱা হল। যমুনাৰ পাৰত অতি ৰম্যস্থান। চাৰিওবেৰ পকা গাঠনি দি ৰখা দেখা যায়। মাজতে বাপুজীৰ সমাধি স্থান মাৰ্ব্বল পাথৰেৰে নিৰ্ম্মান কৰা। শকত আকাৰৰ বেদী। চাৰিওফালে প্ৰদক্ষিণ কৰিব পৰা ব্যৱস্থা আছে। যাত্ৰীসকলে সেই বেদীৰ ওপৰতে ফুল চতিয়াই পিতাজনৰ উদ্দেশে শ্ৰদ্ধা জনাই। ওচৰতে এটা সৰু বাকচ ৰখা হৈছে। তাতে পিতাৰ স্মৃতি অৰ্থে যথা সাধ্য যাত্ৰীয়ে দান কৰিব পাৰে। উক্ত টকা সমূহ আভাৰ উদ্দেশে অনুস্থানত ব্যয় কৰা বুলি জনা যায়। ৰাজঘাটৰ পৰা আহি আলিপাৰ হৈ "স্মৃতি দৰ্শন" গৃহ পোৱা হয়। গৃহলৈ সোমায় যোৱাৰ বাওঁহাতে মহাত্মাৰ প্ৰতিমূৰ্ত্তি এটা প্ৰথমেই চকুত পৰে। তাৰ পৰা গৈ ভিতৰ অংশত গান্ধীৰ জন্মৰ পৰা বৈকুণ্ঠি পৰ্য্যন্ত ১২।৩ কৰি নিৰ্য্যাতন আন্দোলন

দিল্লী কেশৱ কুঞ্জ

ৰাজঘাট দৰ্শন

আদি ফটো সমূহ একাদিক্ৰমে পৰিপাটি
"গান্ধী" দৰ্শন হিচাবে ৰখা দেখিবলৈ পোৱা যায়। সকলো
গৃহ পৰিবেশন বিলাক বিষদ ভাবে বুজাই দিয়া এজন কৰ্ম্মী
উপস্থিত থাকে। অজানা কথা সমূহ বিষদ
ভাবে বুজাই দিয়াৰ অলপো ক্ৰুটি নকৰে। সৰ্ব্বমুঠ ফটো
সংখ্যা পোন্ধৰ শ খন পোৱা গৈছিল। তাৰ পৰা গৈ
হিন্দুৰ অতিত কৃষ্টি-কলা, যেনে—হাতে কটা শুতা, উড়ালত
ধান খুণ্ডা, কুহিয়াৰ পেৰা, গো পালন, খৰ্দ্দৰৰ কাপোৰ আদি
অহৰহ তৈয়াৰ কৰা দেখা গৈছিল। শুতা কটা বা কাপোৰ
বোৱা কাম সমূহ মুনিহ, তিৰুতা, সকলোৱেই সমভাবে অংশ
গ্ৰহণ কৰে। দৰ্শকৰ দৃষ্টি আকৰ্ষণৰ বাবে—ইলেক্টিকৰ সহায়েৰে
নানান অসমীয়া কৃষ্টি সমূহ অবয়ব সাঁজত সজাই ৰখা হৈছে।
অধিক মনোৰম ৰূপ সজ্জা। অতুলনীয় দৃশ্যেৰে পৰিস্ফুট।

ঘুৰি আহি বিৰলা মন্দিৰৰ সমুখত মাৰ্ব্বলৰ আৰ্য্য
হিন্দুৰ অতিত স্মৃতিৰ প্ৰতিমূৰ্ত্তি সমূহ দেখা কৰা হয়। যেনেঃ-
চন্দ্ৰগুপ্ত, ছত্ৰপতি শিৱাজী যুধিষ্ঠিৰ আদি কেইজন মান
বীৰৰ প্ৰতিমূৰ্ত্তি দেখা পোৱা যায়। সন্ধ্যা দেৱীৰ শুভাগমন
প্ৰবাশী গৃহ প্ৰত্যাগমন কৰা হৈছিল।

৮।২।৭০ পুৱা লালকিল্লা, জামা মজজিদ, কুটুব মিনাৰ
জন্তৰমন্তৰ পুৰনি কিল্লা আদি প্ৰায় অংশ
দিল্লীৰ অন্যান্য স্থানসমূহ দৰ্শন। দিল্লীনগৰৰ অতিত স্মৃতি চোৱা হল।
লালকিল্লা এটা প্ৰকাণ্ড ঘৰ। ৰঙা পাথৰেৰে
নিৰ্ম্মান কৰা। এই লালকিল্লা যমুনাৰ

পাৰত দক্ষিনে অৱস্থিত অতিজৰ মুছলমানৰ ই এটা মূখ্য প্ৰাসাদ। এই প্ৰাসাদ মোগল সম্ৰাট চাহজাদাই নিৰ্ম্মান কৰাইছিল। নগৰৰ পূবে এই প্ৰাসাদ পোৱা যায়। সমুখত গাড়ী ৰাখিব পৰা সুন্দৰ সুবিধা আছে। এই কিল্লা বাস্তাৱিকে চাব লগা। ই অষ্টকোন ভাবে নিৰ্ম্মিত। ইয়াৰ পৰা প্ৰায় দুই ফালঙৰ আতৰতে জামা মজজিদ। পুৰনি কালৰ মুছলমানৰ সমাধি স্থান। ভাৰতৰ ভিতৰত ইয়ো এটা প্ৰসিদ্ধ মজজিদ্।

পাৰ্লিয়েমেণ্ট ভৱনৰ ওচৰতে জন্তৰ মন্তৰ, পোৱা যায়। ইয়াৰ ভিতৰত চন্দ্ৰসূৰ্য্য আদি গ্ৰহ ৰাশিৰ জ্যোতিষ তত্বৰে বুজাৰ বিশেষ সুবিধা আছে। এই সম্পাৰ্কৰ বিশেষ কথা আমি বিষদ ভাবে বুজিবলৈ বিশেষজ্ঞৰ অভাৱত সক্ষম হব পৰা নগল।

**পৌৰানিক দিল্লীৰ স্থান দৰ্শন**

কুটুবমিন্নাৰ এদাল প্ৰকাণ্ড ধ্বজা। ইয়াত উজ্জল পদাৰ্থ সংশ্লিষ্ট আছে। এই ধ্বজা কুটুবউদ্দিনে সজায়। ওখ ২৪২ ফুট আৰু বেৰ ৫০ ফুট।

এই তাৰিখৰ দিনা পূজ্যপদ প্ৰভু আৰু আমালোক শ্ৰদ্ধেয় ৰাষ্ট্ৰপতি "গিৰিৰ" লগত দেখা সাক্ষাত কৰিবলৈ যোৱা যায়। প্ৰভুক বিগেত জনাই উদ্দেশ্য প্ৰকাশ কৰিবৰ কাৰণে ৰাষ্ট্ৰপতিয়ে কয়। সেইমৰ্ম্মে প্ৰভুৱে ভাৰত ভ্ৰমন তথা তীৰ্থ দৰ্শনৰ কথা বতৰা আলাপ আলোচনাৰ পাচন্ত অসমৰ উন্নতি মুলক কিছু কথা তেখেতক

**ৰাষ্ট্ৰপতিৰ লগত প্ৰভুৰ আলাপ**

জনাই। যাতে সেই বিষয়ত তেখেতে সম্পূৰ্ণ লক্ষ্য ৰাখি অসমবাসী প্ৰজাবৰ্গৰ হিত সাধানাৰ্থে ভাবিষ্যত ও বৰ্ত্তমান উভয় কুলৰ সৰলচিন্তা কৰা হয়, এইবিষয়ত গুৰুজনাই তেখেতৰ কৰ্ণগোছৰ কৰে। বিষয়ৰ ভিতৰত অসমৰ হিন্দু সমাজৰ মঠ-মন্দিৰ সমুহ উন্নতি পথলৈ নিয়া, নিবন্নুৱা সমস্যা সমাধান, শোধনাগাৰ সম্পৰ্ক আৰু অসমৰ খাদ্য সমস্যা আদি বিষয়কে লৈ কেইবাটাও আৱশ্যকীয় কথা উল্লেখ কৰে। সেইবাবে ৰাষ্ট্ৰপতি তথা প্ৰধানমন্ত্ৰীৰ দৃষ্টি আকৰ্ষণৰ বাবে বিশেষ অনুৰুধ জনাই। কিন্তু দুভাগ্যবশতঃ প্ৰধান মন্ত্ৰী তেতিয়া গুজৰাটত থকা হেতু আমি দেখা পোৱাৰ পৰা বঞ্চিত হব লগা হওঁ। ৰাষ্ট্ৰপতিয়ে প্ৰভুৰ কথা কেইটি সন্তোষেৰে সমৰ্থন জনাই লিখিতভাৱে দিবলৈ অনুৰুধ কৰে। কথামতেই তিনিকপি টাইপ কৰি দিয়া হয়। উভয়ৰ কথা বতৰাত উভয় জনেই সন্তোষিত হৈ আগ্ৰহ আৰু আনন্দৰ মাজেদিয়েই বিদায় লোৱা হয়। বিশেষ অতিথি সকলৰ লগত দেখা সাক্ষাৎ হৈ আবেলি চাৰি বজাত দিল্লী নগৰ এৰি কুৰুক্ষেত্ৰ অভিমুখে ৰাৱনা কৰা যায়।

**কুৰুক্ষেত্ৰ যাত্ৰা**
**উঃ প্ৰঃ**
**গীতা বিদ্যালয়**
**কুৰুক্ষেত্ৰ**

আহোঁতে কৰ্ণাল জিলাৰ মাজেদি আহি ৰাতি দহ বজাত কুৰুক্ষেত্ৰ তীৰ্থ পোৱাহি হ'ল যদিও, মূল তীৰ্থলৈ তেতিয়াও অলপ পথ বাকী আছিল। আপ্তেৰ কথামতে ৰাষ্ট্ৰ সংঘৰ সম্পৰ্ক থকা গীতা বিদ্যালয়ত থকা ব্যৱস্থা কৰা যায়। ৰাতি বাৰ বজাত শয়ন শৰ্য্যাত পৰা হৈছিল।

আমি থকা ঠাইৰ পৰা মূল কুৰুক্ষেত্ৰ তীৰ্থলৈ ১২মাইল দূৰত্ব আছিল। কিন্তু বিৰলাই নিৰ্ম্মান কৰাই দিয়া গীতা মন্দিৰলৈ সেই বিদ্যালয়ৰ পৰা হলে অধিক

**গীতা মন্দিৰ**

পথ নাছিল। সেই গীতা মন্দিৰেই দিল্লীৰ দৰেই চমক লগা আছিল আৰু অতিব মনোৰম। কৃষ্ণ অৰ্জ্জুনৰ মাৰ্ব্বলৰ তৈয়াৰী মূৰ্ত্তি অপূৰ্ব্ব ৰূপত গীতাৰ আদৰ্শৰে নিৰ্ম্মিত তাত সেৱা সৎকাৰ কৰি কুৰুক্ষেত্ৰৰ প্ৰাচীন তীৰ্থ সমূহ দৰ্শনৰ কাৰণে যোৱা হ'ল।

**সূৰ্য্য কুণ্ড**

**ধ্ৰুৱনাৰায়ণ মন্দিৰ**

সেইদিনা তাৰিখ আছিল ৯।২।৭০। তাত পৰশুৰামে তেজেৰে নিৰ্ম্মাণ কৰা সূৰ্য্য কুণ্ড দৰ্শন কৰা হয়। তাৰ পানী বিলাক ঠিক তেজৰদৰে ৰঙা হৈ থকা দেখা গৈছিল। কাবতে ধ্ৰুৱনাৰায়ন মন্দিৰ আছে। মূৰ্ত্তি চতুৰ্ভূজ। কাষতে ধ্ৰুৱে যোৰ হস্তে থকা দেখা গৈছিল। লগতে

**লক্ষ্মীনাৰায়ণ মন্দিৰ**

**ব্ৰহ্মা কুণ্ড**

**সৰ্ব্বেশ্বৰমহাদেৱ মন্দিৰ**

অন্য এটি মন্দিৰত প্ৰৱেশ কৰা যায়। সেই মন্দিৰক লক্ষ্মীনাৰায়ণ মন্দিৰ বোলে। একাদিক্ৰমে হৰগৌৰী মন্দিৰ, ৰাধাকৃষ্ণ চৈতন্য মন্দিৰ, ব্যাস গোৰীয় মঠ ব্ৰহ্মা কুণ্ড এই-বিলাক দৰ্শন কৰা হ'ল। এই মন্দিৰৰ ওচৰতে ব্ৰহ্মা কুণ্ড আছে। ব্ৰহ্মা কুণ্ড অতি বিশাল আৰু আহল-বহল স্থান। এই কুণ্ডৰ ভিতৰত থকা

সৰ্ব্বেশ্বৰ মহাদেৱৰ মন্দিৰ

জমি অন্ততঃ ৫।৬শ বিঘাৰ কম নহয়। তাত আৰ্য্যমাদি সকলৰ পিণ্ড দান কৰা হয়। সেই কুণ্ডত স্নান কৰি জীৱন মুক্ত হব পাৰে। এই কুণ্ড পৰশুৰামে স্ব হস্তে নিৰ্ম্মান কৰা। মাজতে সৰ্ব্বেশ্বৰ মহাদেৱৰ মন্দিৰ নিৰ্ম্মান কৰা আছে। সেই মন্দিৰ অতি পুৰণি আছিল। কিন্তু মুছলমানৰ অত্যাচাৰত মন্দিৰৰ বহু অংশ লোকচান হয়। ক্ষতি অংশ বৰ্ত্তমান নিৰ্ম্মাণৰ ব্যৱস্থা চলাই আছে। মন্দিৰ সোমোৱা প্ৰথম দ্বাৰ মুখত বীৰ হনুমান আৰু দশভূজা দেবীৰ প্ৰতিমূৰ্ত্তি পোৱা হৈছিল।

জ্যোতিশ্বৰ গীতা মন্দিৰ

তাৰপৰা অলপ দূৰ গৈ জ্যোতিশ্বৰ গীতা মন্দিৰ পোৱাগৈ হয়। উক্ত মন্দিৰ হিন্দুমিছনেৰীয়ে নিৰ্ম্মাণ কৰা নানান মূৰ্ত্তি বিগ্ৰহ সকলৰ দ্বাৰা মনোৰঞ্জন কৰি ৰখা দেখা যায়। তাত পূৰ্ব্বে শ্ৰীকৃষ্ণদেৱে অৰ্জ্জুনৰ আগত অষ্টাদশ অধ্যায় গীতা ব্যাখ্যা কৰি জ্ঞান দিয়া স্থান ডোখৰ মাৰ্ব্বল পাথৰেৰে নিৰ্ম্মাণ কৰি আবৃত কৰা অৱস্থাত ৰাখি থোৱা আছে। ৰথযুক্ত শ্ৰীকৃষ্ণাৰ্জ্জুনৰ চিত্ৰ এক গৃহত আইনা লগোৱা অৱস্থাৰে দেখা পোৱা যায়। তিনিজোপা বটবৃক্ষ একে স্থানতে আছে।

সেই বৃক্ষৰ তলতে ভগবানে ৰথ ৰাখি অৰ্জ্জুনক গীতা জ্ঞান দিছিল। সেয়ে কুৰুক্ষেত্ৰ তীৰ্থৰ মধ্যস্থান। গছকেই-জোপাৰ সমূলি পতন নহয়। গছ বুঢ়া হোৱাৰ আদিতে

প্ৰতি জোপাৰ পৰা একোটাকৈ পুলি উৎপন্ন হৈ থাকে। পৌৰাণিক জোপা ক্ৰমে পতন হৈ যায়। বৰ্ত্তমান সেই বৃক্ষৰ বৃদ্ধকাল সমুপস্থিত হোৱা দেখা গৈছিল। দুটা উপযুক্ত পুলি উদ্ভৱ হৈ অহা দৃষ্টি গোচৰ হৈছিল। কাষতে

**জ্যোতি কুণ্ড হ্ৰদ**

জ্যোতি কুণ্ড নামৰ এটা হ্ৰদ আছে। সেই মন্দিৰৰ চাৰিউফালে সৰস্বতী মন্দিৰ, গীতা মণ্ডপ, শঙ্কৰাচাৰ্য্য মঠ, স্বামী সকলৰ সমাধি স্থান, হিন্দু মিছনেৰী, কালী মন্দিৰ, গীতা পুস্তকালয়, সঞ্জয়, ধৃতৰাষ্ট্ৰ, দ্ৰোণাচাৰ্য্য দোৰ্যোধন, সূৰ্য্য নাৰায়ণ শ্ৰীকৃষ্ণ, বিশ্বৰূপ, ভীষ্ম, ভীম, ভীষ্মৰ শৰশৰ্য্যা, নটৰাজ, শ্ৰীকৃষ্ণ অৰ্জ্জুন আদি সুন্দৰ ভাবে বহুত মূৰ্ত্তি নিৰ্ম্মান কৰা আছে। ওচৰতে গীতা মন্দিৰ সমীপতে হিন্দু সকলৰ চিকিৎসালয় এখন আছে। ইত্যাদি দৰ্শনান্তে, বজাৰৰ মাজত থকা সৰস্বতী কুণ্ড পোৱাগৈ হয়। সেই কুণ্ড পৃথু নামৰ অতিজৱ এজন ৰজাই নিৰ্ম্মাণ কৰাইছিল কাৰণে পৃথু কুণ্ড নামেও

**পৃথু কুণ্ড**

প্ৰখ্যাত। সেই কুণ্ডতে পিণ্ডাদি দান কৰা হয়। তাত সুন্দৰ ঘাট সমূহ শিলৰ খট্ খটি দি নিৰ্ম্মাণ কৰা আছে। চাঁ লব পৰা সুন্দৰ ঘৰ সজাই ৰাখিছে। পিণ্ডাদি দান কৰি অৱসৰ হওঁতে প্ৰায় তিনি বাজে। ওচৰতে মধ্যস্থ স্থানত বহুত আহল-বহল ৰণভূমি কুৰুক্ষেত্ৰ পথাৰ। পথাৰখন একেবাৰেই নিজম

**হৰিদ্বাৰ যাত্ৰা**

আৰু সমান। খোৱা লোৱা কৰি হৰিদ্বাৰ পথে ৰাৱনা কৰা হয়। ইয়াৰ পৰা হৰিদ্বাৰলৈ এশ মাইল অধিক পথ। আহি প্ৰায় ৪২ মাইল

মানৰ দূৰত যমুনা নগৰ নামৰ ঠাইত গাড়ী ৰখাহি হয়।

যমুনা নগৰ

তাত আমাৰ গাড়ী চেকিং কৰে। পথৰ নিচেই কাষতে তাত এটা ডাঙৰ চেনি কল আছে। বহুত ঠাইৰ পৰা কুহিয়াৰ বিলাক ৰেলে মটৰে গৰু গাড়ীৰে অহৰহ আহিব লাগিছে। বহু ভাগেই কুহিয়াৰ উৎপন্ন স্থান। পথত বজাই সহ এখন কুহিয়াৰৰ "মটৰ গাড়ী" পৰি থকা দেখা যায়। তাৰ পৰা

সংহাৰণ পুৰ উঃ প্ৰঃ

আহি সংহাৰণপুৰ নামৰ ঠাইত এটা ঘৰত ৰাতি জিৰণী লোৱাহি হয়। সেই ঠাইত ঠাণ্ডা বহুগুণে বেছি। তেতিয়া ৰাতি প্ৰায় এক বাজে।

সেই দিনা ১০।২।৭০ তাৰিখ পুৱা অৰিহান নদীৰ তীৰত স্নান কৰি খোৱা মেলাৰ অৱসানৰ পাচত হৰিদ্বাৰ পথ আৰোহন কৰা হয়। তেতিয়াও আৰু ৪৫ মাইল বাকী

অৰিহান নদীৰ তীৰ

আছিল। সেই দিনা শ্ৰীপঞ্চমী তিথি অৰ্থাৎ সৰস্বতী পূজা দিৱস আহি হৰিদ্বাৰ ভাৱ আশ্ৰম পোৱাহি হল। পাণ্ডা শ্ৰীকৃষ্ণকৰ্ণ নামৰ এজন ব্ৰাহ্মন আছিল। আবেলি মন্দিৰ

ভাৰ্গৱ আশ্ৰম

সমূহ দৰ্শন কৰা যায়। ভাৰ্গৱ আশ্ৰমত এটা মনোৰম মন্দিৰ আছিল। তাত ৰাম লক্ষ্মণ সীতা আৰু মহাদেৱ হনুমান আদি মূৰ্ত্তিয়ে বিৰাজ কৰিছে। শিৱৰ কৈল্যাশ শিখৰ মাৰ্ব্বল পাথৰৰ দ্বাৰা নিৰ্ম্মাণ কৰি ৰখা

আছে। দৰ্শকৰ মন আকৰ্ষণ কৰাত কোনো সন্দেহ নাই। থকা মেলাৰ সুন্দৰ ব্যৱস্থা। ওচৰতে হৰিদ্বাৰ বজাৰ। কাষত থকা মনসা দেৱীৰ মন্দিৰ পাহাৰৰ ওপৰত বিৰাজিতা। চণ্ডি মন্দিৰ, গৌৰীশঙ্কৰ মহাদেৱ, অঞ্জনাদেৱী, দক্ষ

**গঙ্গাৰ সতী ঘাট**

প্ৰজাপতি মন্দিৰ সমূহ ওচৰা ওচৰিতে নিৰ্ম্মিত হনুমান মন্দিৰ অৱধুত মন্দল আদি বিৰাজমান। সমীপতে গঙ্গা মাঁৰ ঘাট আছে। তাতে যাত্ৰীসকলে অস্থি দান ও পিণ্ডাদি ক্ৰীয়া সমাপন কৰে। সেই ঘাটৰ নাম সতী ঘাট কণ খল।

ইয়াতে দক্ষই শিৱহীন যজ্ঞ পাতিছিল আৰু সতীয়ে দেহ ত্যাগ কৰিছিল। ইয়াৰ পৰা হৃষিকেশলৈ ১৮ মাইল দূৰত্ব থাকে। ইয়াত উনী কাপোৰৰ বহুত সস্তা। ১৮।২।৭০ তাৰিখে গঙ্গাত পিণ্ড দান কৰা যায়। অতি স্বৰ্গীয় স্থান। মাছবিলাক অসংখ্য অপৰিমিত। যাত্ৰীৰ হাতে আহাৰ খায় যাত্ৰীসকলক আনন্দ দিয়ে।

হৰিদ্বাৰৰ কাম-কাজ সমাধা কৰি হৃষিকেশলৈ অহা হল।

**শিল আশ্ৰম হৃষিকেশ**

ৰাতি সাত মান বজাত এটা ধৰম শালাত থকাহি হৈছিল। সেই আশ্ৰম খনিৰ নাম শিল আশ্ৰম। ৰাতি কটাই পাছ দিনা মাঘী সপ্তমী স্নানৰ কাৰণে ৰাতিতে যোৱা হৈছিল। পাহাৰৰ সৌন্দৰ্য্য অসীম।

১২।২।৭০ তাৰিখৰ প্ৰভাত স্নানৰ বাবে গঙ্গালৈ গাড়ীৰে যোৱা হল। সেই গঙ্গা হল ভাগীৰথী গঙ্গা। পাহাৰৰ ওপৰৰ পৰা ক্ৰমে ভৈয়ামলৈ নামি আহিছে। কাষৰ উচ্চ পাহাৰ শাৰীয়ে গঙ্গাৰ জেউতী বঢ়াই তুলিছে। শিলৰ ওপৰে অহৰহ গঙ্গা দেৱী মাভৈ মাভৈ ৰবে অগ্ৰগতিৰে আহিব লাগিছে।

**ত্ৰিবেণী মাঘী সপ্তমী স্নান।**

কাষতে বজাৰ। সৰস্বতী, যমুনা আৰু গঙ্গা এই তিনি নদী মিলিত হৈ ত্ৰিবেণী নাম লৈছে। ওচৰতে প্ৰায় ছুমাইলমানৰ অন্তত লক্ষ্মণ জুলা অৱস্থিত সমীপত থকা পাহাৰৰ ওপৰত কেইবাখনো আশ্ৰম আছে। স্বামী শ্ৰদ্ধানন্দ পীঠ ওচৰতে। এই স্থানত ঠাণ্ডা বহুত। গাখীৰৰ দাম অধিক। লিটাৰ ২্ টকা। ভাষা হিন্দী য়েই বিশেষ। ভোট সকলৰ উণী কাপোৰৰ ব্যৱসায় বহুত। মাছৰ খেলা গঙ্গাতে চাবলৈ মনোৰম। প্ৰায় ঘৰীয়া মাছেই বেছি। যাত্ৰী সকলৈ সমূলি ভয় নকৰে। এই বিলাক স্থানত মাছ মাংস সমূলি ব্যৱহাৰ নকৰে। স্নান কৃত্য সমাপণ কৰি থকা থাইলৈ পুনৰ অহা হল। সেই দিনা মাকৰী সপ্তমী উদ্দেশ্যে সত্ৰাধিকাৰ প্ৰভুৱে যাত্ৰী সকলক পায়সান্ন ভোজন কৰাইছিল। খাই লৈ অৱসৰ হৈ লক্ষ্মণ জুলা দৰ্শনৰ কাৰণে যোৱা হল।

**লক্ষ্মণ জুলা মন্দিৰ দৰ্শন।**

গঙ্গা ঘাটত কালি মন্দিৰ, লক্ষীনাৰায়ণ মন্দিৰ, ব্ৰহ্মকুণ্ড, সৰস্বতী কুণ্ড আদি অনুস্থান ও মন্দিৰ দৃষ্টি গোচৰ হৈছিল।

লক্ষণ জুলা যমুনাৰ মাজত দুকাষে দুটা পৰ্ব্বত আছে। এটাৰ নাম ঋষি কূট আৰু আনটোৰ নাম মণিকূট পৰ্ব্বত। অতি উচ্চ। মাজত গঙ্গা দেৱাক লৈ মহান গৰ্ব্বেৰে গৰ্ব্বিত হৈ থকা দেখা যায়। হৃষিকেশৰ পৰা লক্ষ্মণ জুলালৈ যাব পৰা এখন দলং আছে। অতি বিস্ময়কৰ দলং খন। দুই পাৰত দুটা খুটা। খুটাৰ পৰা দুদাল লোহাৰ

দলং। ৰছা টনা আছে। সেই দুদাল ৰছাত দলংখন ওলোমাই থোৱা আছে। তাৰ ওপৰে গাড়ী ৰিক্সা, টাঙ্গা আদি সকলো চলা চল কৰে। পকা কৰা দলংখন। দলঙৰ পূবে বদ্ৰিনাথ মন্দিৰ, লক্ষণ মন্দিৰ, সত্যনাৰায়ণ মন্দিৰ, ৰাম মন্দিৰ, হৰিহৰ মন্দিৰ, গীতা আশ্ৰম আদি নানান মন্দিৰ সমূহ বিৰাজ মান। দৃশ্য অতি মনোৰম। আন কাষে সংখ্যাতিত আশ্ৰম সমূহ পাহাৰৰ ওপৰত

লক্ষ্মণজুলা স্থাপিত। গোৰখ পুৰৰ এজন ধনী মাৰোৱাৰীয়ে

গীতা আশ্ৰম। এই গীতা ভৱন নিৰ্ম্মান কৰাই দিছিল। এই আশ্ৰম বিতোপন।

কেদাৰনাথ বদ্ৰিকাশ্ৰম যোৱাৰ পথতে অৱস্থিত। হৰি দ্বাৰৰ পৰা এই মন্দিৰলৈ ১৫৩ মাইল দুৰত্ব।

কেদাৰ নাথ। পৰ্ব্বতৰ ওপৰত নিৰ্ম্মাণ কৰা আছে। ঠাণ্ডা কালি এই ঠাইত বহুত বৰফ পৰে। সেই গতিকে যাত্ৰী সকল যাব পৰা নহয়। বদ্ৰিকাশ্ৰমলৈ হৰি দ্বাৰৰ পৰা ১৮২ মাইল দুৰ।

গঙ্গা পাৰ হৈ স্বৰ্গাশ্ৰম পাব পাৰি। গঙ্গা নদী পাৰ হব পৰা নাৱেঁৰে সুন্দৰ ব্যৱস্থা আছে। অনেক সাধু সন্ন্যাসী ইয়াত বাস কৰে। ইত্যাদি ক্ৰমে অনেক তীৰ্থ স্থান ইয়াত ওচৰা ওচৰিকৈ পোৱা যায়। তাৰ পৰা আজৰি হৈ সন্ধ্যা ছয়বজাত হৃষিকেশ ত্যাগ কৰি হৰিদ্বাৰ পথে যাত্ৰা কৰা হল। হৰিদ্বাৰৰ পৰা কিছু দূৰত আহি এখন নদীৰ কাষত খোৱাৰ ব্যৱস্থা কৰি ৰাতি ১১ বজাত লক্ষ্ণৌ পথ আৰোহণ কৰা হয়। গাড়ী চলিব ধৰে, আৰু ক্ষমা নাই।

স্বৰ্গাশ্ৰম

হৃষিকেশ ত্যাগ।

লক্ষ্ণৌ যাত্ৰা।

## হৰিদ্বাৰৰ বিশেষ কথা ঃ

হৰিদ্বাৰলৈ যাব পৰা ৰেলৰ সুন্দৰ সুবিধা আছে। হৰিদ্বাৰ ষ্টেচন আছে। ষ্টেচনৰ ওচৰতে তীৰ্থ। ইয়াতো যাত্ৰী থাকিব পৰা ধৰমশালা আছে ইয়াৰ পৰা হৃষিকেশলৈ যাবলৈ মটৰ, পাল্কী বা ট্ৰেইনৰ সুবিধা আছে। হৰিদ্বাৰৰ পৰা হৃষিকেশলৈ আলিয়েদি ১৪ মাইল দূৰ হয়। কাষতে লক্ষ্মন জুলা।

ই এখন হিন্দুৰ প্ৰাচীন পৱিত্ৰ তীৰ্থ। হৰিদ্বাৰৰ ওচৰতে শিবালিক নামৰ এটা পৰ্ব্বত আছে। সেই পৰ্ব্বতৰ নাম অংশত হৰিদ্বাৰ তীৰ্থ। ইয়াত ১২ বছৰৰ অন্তৰে অন্তৰে কুম্ভমেলা হয় বুলি জনা গৈছিল। সেই মেলাত বহুত হিন্দু যাত্ৰীৰ সমাগম হয়। ইয়াত যুগাবৰ্ত্ত নামৰ এটা ঘাট আছে।

তাতে পিতৃ তৰ্পণ অস্থি দান আদি কৰা যায়। ইয়াতে দক্ষৰ মন্দিৰ আছে। ইয়াতেই প্ৰজাপতি দক্ষই শিৱহীন যজ্ঞ পাতিছিল আৰু সতীয়ে ইয়াতেই দেহ ত্যাগ কৰিছিল। সেই স্থান এতিয়া সতী কুণ্ড নামে প্ৰখ্যাত। হৰিদ্বাৰত তিনিটা অতিজৰ মন্দিৰ আছে। নাৰায়ণ শিলা (১) মায়া দেৱী (২) ভৈৰব মন্দিৰ (৩) মায়া দেৱীৰ ওচৰতে বিল্বকেশ্বৰ মন্দিৰ আছে। মায়া দেৱীৰটো বহু পুৰণী আৰু মাৰ্ব্বল পাথৰৰ দ্বাৰা নিৰ্ম্মান। কাষতে গঙ্গা দেৱী। হিন্দুৰ অতি পবিত্ৰ তীৰ্থ, গঙ্গা নদীত স্নান কৰিব পৰা আৰু যাত্ৰী সকলৰ নিৰাপদৰ বাবে পাৰ বিলাকত খট্ খটি নিৰ্ম্মাণ কৰা আছে আৰু দীঘল দীঘল শিকলি পাৰৰ পৰা পেলাই থোৱা আছে। সেই শিকলি বিলাকত ধৰি যাত্ৰীসকলে স্নান কৰিব পাৰে। পানীৰ সোঁতত যাত্ৰী সকল উটি যোৱাৰ কোনো সন্দেহ নেথাকে। ইয়াত হৰিপৌৰি, কুশাবৰ্ত্ত, শ্ৰৱণ নাথ মন্দিৰ, বিল্বকেশ্বৰ, মায়াপুৰ নীল পৰ্ব্বত আৰু কণখল, এই তীৰ্থ ই প্ৰধান।

হৰিদ্বাৰৰ প্ৰধান ঘাটৰ নাম হৰিপৌড়ী। ইয়াৰ সমীপত গঙ্গেশ্বৰ নামৰ শিৱ লিঙ্গ আছে। ইয়াৰ দক্ষিণত থকা পাথৰ নিৰ্ম্মাণ ঘাটটোৰ নামেই হল কুশাবৰ্ত্ত। তাতেই প্ৰথম যাত্ৰীসকলে স্নান তৰ্পণ কৰিব লগা হয়। হৰি পৌড়ী ঘাটৰ দক্ষিণ পশ্চিমত প্ৰায় ৬/৭ গজ মানৰ অন্তত শ্ৰৱণ নাথ মন্দিৰ অৱস্থিত। ই অতি মনোৰম মন্দিৰ। ইয়াত শিৱলিঙ্গ প্ৰতিস্থা কৰা আছে। হৰি পৌড়ীৰ পৰা প্ৰায়

এমাইল পশ্চিমোত্তৰ-ফালে পাহাৰৰ নাম ভাগত বিল্বকেশ্বৰ মন্দিৰ। ইয়াৰ কাষতে এজোপা মহানিমৰ গছ আছে। ইয়াত শিৱলিঙ্গ দূৰ্গাদেৱী আৰু গণেশ মূৰ্ত্তি আছে।

মায়াপুৰ হৰিদ্বাৰৰ পৰা এমাইল মান দূৰত, দক্ষিণ পশ্চিমত। কিন্তু গঙ্গাৰ দক্ষিণে থাকে। বহু যুগৰ পুৰণি মন্দিৰ। এতিয়া প্ৰায় জীৰ্ণ হৈ গৈছে। শিৱৰ অষ্টভূজ মূৰ্ত্তি আৰু অন্য বহুতো মূৰ্ত্তি আছে। মায়াপুৰৰ দক্ষিণে নীল পৰ্ব্বত অৱস্থিত। ই এটা সৰু পৰ্ব্বত। নীলেশ্বৰ মহাদেৱৰ মন্দিৰ আছে।

হৰি পৌড়ীৰ তিনি মাইল দক্ষিণে কণখল ইত্যাদি ওচৰ সমীপত গাওঁ বহুতো পোৱা যায়।

গাড়ী আহি আছে। ৰজনী প্ৰভাত হওঁ হওঁ। তেতিয়া

**মাৰাঠা নগৰ উঃ প্ৰঃ**

৪-৩০ বাজে। মাৰাঠা নগৰৰ মধ্যত গাড়ী ৰখাহি হয় আৰু গাড়ীৰ গৰ্ভতেই ৰজনী প্ৰভাতৰ কাল অপেক্ষা কৰা হল। ৫ বাজি যায়। নগৰৰ ব্যৱসায়ী সকল শয়নৰ পৰা উঠি নিজ নিজ কাৰ্য্যত লাগি গৈছে। সেই দিনা আছিল ফ্ৰেব্ৰুৱাৰী মাহৰ ১৩ তাৰিখ। হোটেলদাৰ সকল শয়ণৰ অবয়ব সাঁজেৰে সজ্জীত হৈ অগ্নিদেৱতাক স্থাপন কৰি, পানীৰ সজুলী বিলাক যথা স্থানে বহুৱাত ব্যস্ত থকা দেখা গৈছে। আগ দিনাৰ অতিৰিক্ত জাতীয় উপকৰণ বিলাক সুন্দৰ ভাবে ভৰাই সজ্জীত কৰি ৰখা হৈছে। মাৰোৱাৰী আদি বৈশ্য গব্য ব্যৱসায়ী সকলৰ দৰ্জ্জা

তেতিয়াও উন্মুক্ত হোৱা নাছিল। অফিছ বিলাকত প্ৰায় ২৫০ গ্ৰাম ওজনৰ টলা বিলাকে বৰভেকোলাৰ দৰে কৰ্ম্ম-ছাৰি সকললৈ অপেক্ষা কৰি ওলমি থকা দেখা গৈছিল। তেনে সময়তে আমাৰ গাড়ী চালক শ্ৰীমুক্তিনাথ সিংক শয়নৰ পৰা উঠায়লৈ নিৰ্দ্দিষ্ট স্থানলৈ গাড়ী এৰি দিয়া হল। আহি জল যোগানৰ এটা পকা নলা পথৰ কাষত পোৱাহি হয়। পানী যোগানৰ নলা সমূহক সেই স্থানবিলাকত "নাহৰ" বুলি কোৱা হয়। সেই নাহৰ বিলাক মূল গঙ্গাৰ পৰা বোৱাই অনা বুলি জনা গৈছিল। তাৰ পৰা জল সিঞ্চন কৰি কৃষি সমূহ উন্নত কৰে। তাতে নামি স্নান অহ্নিক কৰি ভীষ্ম তৰ্পণ দিয়া হ'ল। খাই বৈ বাৰ বজাত গাড়ী এৰা হল। কৃষিৰ প্ৰভাৱ বহু গুণে বেছি। সকলোতকৈ আলু খেতিয়েই অধিক। মটৰ আৰু মছুৰ খেতিও যথেষ্ট পৰিমাণে দেখা যায়। আম, নাছপতি, আপেল, মধুৰী আদিৰ ডাঙৰ ডাঙৰ বাৰীবোৰ দেখা যায়। ইয়াৰ পৰা দিল্লীলৈ এটা ঘাই পথ আছে। দূৰ ৪০ মাইল পৰে।

**ভীষ্মাষ্টমী**
**১৭।২।৭০**

গাড়ীৰে যোৱা অৱস্থাত মুৰাডাবাদ নামৰ এডোখৰ জনজাতীৰে ভৰপুৰ ঠাই পোৱা হয়। তাৰ পৰা একাদি ক্ৰমে ৰামপুৰ, মিল বজাৰ নেৰা পুৰত ৰাতি হোৱা হেতু থকা হল। আন নহলেও এটা বাৰন্দা স্কুল এখনৰ

**মুৰাডাবাদ**
**মিল বজাৰ**
**উঃ প্ৰঃ লক্ষ্মৌ**
**যাত্ৰা**

পোৱাৰ সৌভাগ্য ঘটিছিল তেতিয়া ৰাতি বাৰ
সীতাপুৰ জিলা বাজে। সেই অঞ্চলৰ জিলা হল "সীতাপুৰ" সেই
বজাৰৰ আগত "কলেক্টৰ" গঞ্জ। মুৰদাবাদ
লক্ষৌ যাত্ৰা এখন বিৰাট ব্যৱসায়ৰ কেন্দ্ৰস্থল। ৰেলৰ
ডাঙৰ জংচন। নানান ফল ফুল, কৃষি আদিৰ
উৎপন্ন স্থল। এই ঠাইত ৰেইবাটাও চেনিৰ কল আছে।
ৰামপুৰৰ মধ্যত পথৰ নিচেই কাষতে "আইডিন্ ইন্ডিয়ান"
ফেক্টৰী পোৱা যায়। তাত আয়ডিন তৈয়াৰ
বৰেলী কৰে। স্থান দোখৰৰ নাম হল বৰেলী"।
আইডিন আইভিন উদ্ভিদ জাতীয় বস্তুৰ পৰা তৈয়াৰ
ফেক্টৰী কৰে। কাষতে আইডিন গছৰ বিৰাৎ আকাৰৰ
উঃ প্ৰঃ বাগিছা। গছবোৰ দেখিবলৈ বৰ মনোৰম। বহুত
ওখ হয়, পাতবোৰ শিৰলু শিৰলু দীঘল আকাৰৰ।
গছৰ বাকলি অংশ অতি মিহি আৰু কোমল।

১৪'২।৭০ পুৱা সেই জিৰণী লোৱা ঠাইৰ পৰা ৬-২৫
মিনিত যাওঁতে পুনৰ লক্ষৌ পথে গাড়ী এৰা হল। বাটত
এখন কুহিয়াৰ বোজাই পূৰ্ণ ডিজেল গাড়ী
লক্ষৌ ৰোড পৰি থকা দেখা গৈছিল। তাৰ পৰাও ৬৫
উঃ প্ৰঃ মাইল লক্ষৌলৈ বাকী আছিল। তাৰ পৰা
কিছু দূৰ আহি এটা ৰাস্তা পোৱাহি যায়।
নৈমিষাৰণ্য সেই পথেই নৈমিষাৰণ্যলৈ যাব পাৰি। তাতে
যাত্ৰা খোৱা মেলাৰ ৰচদ পাতিলৈ নৈমিষাৰণ্যলৈ

যাত্ৰা কৰা যায় যদিও কিছুমান পথ আহি এখন নদী দেখা পাই তাতেই স্নান কৰি ভাত খোৱাৰ ব্যৱস্থা কৰা হল। নদীখনৰ নাম হল "বেৰানদী"।

**বেৰানদী উঃ প্ৰঃ** তেতিয়াও আৰু সেই তীৰ্থ লৈ আৰু ২১ মাইল বাকী আছিল। ওচৰতে এটা ৰেলৰ পথ। সেই ঠাইতো কুহিয়াৰ বহুত হয়। গাখীৰৰ কিলো ১·২৫ পঃ। ভাষা হিন্দী। বাব বজাত গাড়ী যাব ধৰে। আশ্ৰম পোৱাগৈ হয়। অতি মনোৰম স্থান। ৬০ হেজাৰ ঋষিয়ে বিষ্ণুৰ আদেশ মতে তপস্যা

**আশ্ৰম দৰ্শন** কৰিবলৈ সক্ষম হৈছিল। প্ৰথমে দধিচী মুনিৰ আশ্ৰম আৰু উপাসনাৰ স্থান পোৱাগৈ হল। সেই ঠাইত এটা প্ৰকাণ্ড কুণ্ড ভাবে নিৰ্ম্মিত হৈ আছে। পাৰতে দধিচীৰ মন্দিৰ। ওচৰতে ললিতাকুণ্ড আৰু মন্দিৰ পোৱা যায়। লগত সৰস্বতী কুণ্ডও মিলিত। অলপ দূৰতে "হনুমান মন্দিৰ" অৱস্থিত। "হনুমান"

**পুৰাণ মন্দিৰ** মন্দিৰৰ পশ্চিমে "পুৰাণ মন্দিৰ"। পুৰণি পুৰাণ পুথি সমূহৰে সেই মন্দিৰ ভৰপুৰ। সেই

**পাতাল বিজয়ী হনুমান মন্দিৰ** ঠাইৰ পৰাই হনুমানে পাতাল প্ৰৱেশ কৰি সীতাদেৱীৰ অন্বেষণ কৰিছিল বুলি প্ৰবাদ আছে। সেই কাৰণে সেই মন্দিৰক পাতাল বিজয়ী হনুমান মন্দিৰ বোলা হয়। তাৰ পৰা ৩ ফাৰ্লং মান

অন্তত সুদৰ্শন কুণ্ড নামে এটা ডাঙৰ কুণ্ড পোৱাগৈ হয়। সেই কুণ্ডৰ অৰ্থ হল এই যে;

একালত দানৱৰ পৰা অশান্তি পাই ষাঠি হাজাৰ ঋষি একত্ৰিত হৈ শিৱ আৰু ব্ৰহ্মাৰ ওচৰত এক নিবিড় স্থান তেওঁ লোকৰ কাৰণে অৰ্থাৎ তপস্যা সাধন কৰিবৰ বাবে প্ৰাৰ্থনা জনাই। কিন্তু ব্ৰহ্মা আৰু শিৱই তেনে স্থান দিবৰ উপায় নেপাই বিষ্ণুৰ সমীপে যাবলৈ মুনি সকলক অনুৰাধ জনাই। ভগৱানৰ নিৰ্দ্দেশ মতে এই স্থানতেই সাধন ভজন কৰিবলৈ সক্ষম হয়। কুণ্ডটিৰ চাৰিউকালে শিলেৰে বন্ধোৱা। গোলাকাৰ পাৰতে শিৱ মন্দিৰ, ৰাম মন্দিৰ, গণেশ, সৰস্বতী, বেদব্যাস, শুকদেৱ, ব্ৰহ্মা মন্দিৰ আদি অৱস্থিত। ইয়াৰ বাদেও আৰু বহুতো মুনি সকলৰ আশ্ৰম। মন্দিৰৰ সীমা নাই। এই সুদৰ্শন কুণ্ডক চক্ৰতীৰ্থ বুলি কয়।

সুদৰ্শন কুণ্ড তীৰ্থ

সুদৰ্শন কুণ্ড বা চক্ৰ তীৰ্থ

নৈমিশাৰণ্য

তাৰ পৰা ভিতৰলৈ কিছু ৰাস্তা সোমায় গৈ এক মনোৰম নিবিড় আশ্ৰম পোৱা যায়। আশ্ৰমৰ আয়তন বহুত। গছ-লতা ফল ফুলেৰে পৰিশোভিত। ওচৰতে গোমতী গঙ্গা অৱস্থিত। এই আশ্ৰমত পূৰ্ব্বৰ ঋষি-মুনিসকলৰ সমাধি স্থান বিলাক বেদী হিচাবে নিৰ্ম্মিত। ব্যাস, কশ্যপ, অদিতী শতৰূপা, মনু, শুকদেৱ, আদি সিদ্ধ ঋষি-মুনি সকলৰ সমাধি স্থান সমূহ নিৰূপিত। ওচৰতে ঋষিসকলে পূৰ্ব্বচীন কালত যজ্ঞ কৰা স্থান আৰু যজ্ঞ কুণ্ড নিৰ্ম্মাণ কৰা আছে।

ইত্যাদি দৰ্শনীয় স্থান পৰিবেশনৰ পাচত লক্ষ্ণৌ পথে ৰাৱনা কৰা হল।

## নৈমিষাৰণ্যৰ বিশেষ বৰ্ণনা।

নৈমিষাৰণ্য হিন্দুৰ পবিত্ৰ তীৰ্থ। ইয়াত আৰ্য্য ঋষি মুনি সকলে যোগ-যাগ তপস্যা আদি কৰি ব্ৰহ্মৰ স্বৰূপ বুজিবলৈ সক্ষম হৈছিল। বিষ্ণুৰ আদেশত ষাঠি হাজাৰ ঋষি-মুনিয়ে ইয়াতেই সাধনা কৰি সিদ্ধি লাভ কৰিছিল। ইয়াতে চক্ৰ তীৰ্থ নামে এক কুণ্ড আছে। তাতেই বিষ্ণুৰ চক্ৰ আহি পৰাহেতুকে চক্ৰ তীৰ্থ নামে প্ৰখ্যাত হৈ ৰল।

দৈত্য দানৱৰ অত্যাচাৰত তাপস সকলৰ সমাধিত বৈষম্য সংঘটিত হোৱা হেতুকে ষাঠি হেজাৰ ঋষি শিৱ আৰু ব্ৰহ্মা দেৱৰ ওচৰলৈ যায় আৰু এক নিবিড় শান্তি প্ৰিয় স্থানৰ আবেদন জনাই। কিন্তু শিৱ ব্ৰহ্মাই কোনো উপায় দিবলৈ সক্ষম নহৈ সকলো ঋষিকে তেওঁলোক উভয়েই বিষ্ণুৰ ওচৰলৈ যাৱৰ কাৰণে অনুৰোধ জনাই। সকলো ঋষি মুনি বিষ্ণুৰ কাষ চাপে আৰু ব্ৰহ্মা শিৱ উভয়ৰ কথা আৰু মুনি সকলৰ মনোভাৱ প্ৰকাশ কৰাত ভগবানেও উপায় চিন্তা কৰি এক চিন্তাবে উপনিত হৈ শান্তনা বাণীৰে এইদৰে কবলৈ ধৰিলে। যে হে আৰ্য্য সকল। আপোনা সকল জগতৰ শীৰ্ষ স্বৰূপ আৰু আমাৰো চিৰ পূজ্য বন্দনীয়। আপোনাসকলৰ দৰ্শনত আমি পৰম কৃতাৰ্থ হলোঁ।। ব্ৰাহ্মণ সকল আমাৰ হৃদয় স্বৰূপ।

কিন্তু হে ভূ দেৱ বৃন্দ। আপোনাসকলৰ নিবেদন আমি শ্ৰৱন কৰি পৰম চিন্তিত হব লগাত পৰিছোঁ। অৰ্থাৎ তেনে এখন শিবিৰ নিৰালম্ব স্থান, নিৰূপন কৰি দিয়া এটা আমাৰ পক্ষে দুৰুহ হৈ পৰিছে। যিহেতু ষাঠি হেজাৰ তাপসক একত্ৰে সংস্থান দিয়া এটা অধিক গুৰুহ বিষয়। তথাপিও আপোনাসকলক পৰাঙ্মুখ কৰাটোও আমাৰ অনুচিত কাৰ্য্য হব। সেই হেতু, আমি আমাৰ এই সুদৰ্শনক আজ্ঞা কৰা হৈছে যে যি স্থানতে আমাৰ হস্তৰ পৰা এই সুদৰ্শন পৰিব সেই স্থানেই আপোনাসকলৰ সাধনাৰ স্থান হব। এই বুলি সুদৰ্শনক নিৰ্দ্দেশ কৰাত সেই নৈমিষাৰণ্যতেই পৰাত সেই ঠায়েই ঋষি সকলৰ সাধনাৰ স্থান আৰু সুদৰ্শন চক্ৰ তীৰ্থ নামে প্ৰখ্যাত হৈ ৰল। তাতেই ষাঠি হেজাৰ ঋষিক শুকদেৱে ভাগৱত বাখ্যা কৰি শুনাইছিল। এয়ে হল নৈমিষাৰণ্য।

ইয়াৰ আশে পাশে নানা দেৱ-দেৱী মন্দিৰ আছে।

**নৈমিষাৰণ্য**

এই চক্ৰতীৰ্থত স্নান কৰিলে মনুষ্যই সৰ্ব্বব্যাধি নিবৃত্তিপূৰ্ব্বক পৰম গতি লাভ কৰে। এই সম্পৰ্কত মহাদেৱে পাৰ্ব্বতীক কৈছিল যে সূৰ্য্য গ্ৰহণত কাশী ক্ষেত্ৰত স্নান কৰিলে যি ফল প্ৰাপ্ত হয়, এই চক্ৰতীৰ্থত স্নান কৰিলে তাতোধিক ফল লাভ কৰে।

ইয়াতেই প্ৰভু বলোৰামে বল্বল্ দৈত্যক বধ কৰিছিল। ইয়াতেই অযোধ্যাপতি শ্ৰীৰামচন্দ্ৰই দশ অশ্বমেধ যজ্ঞ পাতিছিল। নৈমিষাৰণ্যৰ পৰিধি ৮৪ ক্ৰোষ। সমিপতে গোমতী

নদী। ইয়াত অনেক মন্দিৰ পোৱা যায়। এই আশ্ৰমলৈ সীতাপুৰ জিলাৰ পৰা ২৪ মাইল হয়। ইয়াত ৰেলৰ চলা চলো আছে অধিবাসী সকলৰ ভাষাও হিন্দী। লগে লগে মাৰোৱাৰী ভাষাও প্ৰসিদ্ধ। বস্তু পাতিৰ অভাব। প্ৰায় খাদ্য সস্তত। মহানিমৰ গছ বহুতো আছে।

গাড়ী নৈমিষাৰণ্যৰ পৰা এৰা হয়, লক্ষ্ণৌ তথা অযোধ্যা দৰ্শনৰ উদ্দেশ্যে। আহোঁতে সান্দিলা নামৰ বজাৰৰ মাজে মূল ৰাস্তাত উঠাহি হয়। অলপ আহি লক্ষ্ণৌ সীমাৰ ভিতৰত প্ৰবেশ কৰা হৈছিল। লক্ষ্ণৌ এখন সুন্দৰ স্থান। আমৰ বাগিছাই অধিক। ইয়াত আম গছৰেই অৰণ্য।

**লক্ষ্ণৌ যাত্ৰা সান্দিলা বজাৰ**

আমৰ কলম আৰু পুলি অন্যান্য স্থানলৈ ৰপ্তানী হয়। এপোল, নাছপতি, মধুৰীআম, কঠাল বহু পৰিমানে উৎপন্নৰ স্থল। আমবাৰীবিলাকৰ তলবিলাক অতি পৰিস্কাৰ। লাইন লগাই বাৰীবোৰ পৰিপাতিকৈ তৈয়াৰী কৰা। গুৰিবিলাকত আলকেটেৰা সানি ৰখা দেখা পোৱা যায় আৰু তলত ধোঁৱা দিয়া দেখা গৈছিল। তেতিয়া আম বিলাক মলিওৱা দেখা পোৱা যায়। সঙ্গীত আৰু বাদ্য যন্ত্ৰৰ চৰ্চ্চা বিপুল। যুদ্ধাৰু সৈন্যৰ বহুত শিবিৰ পোৱা যায়। অনেক শিক্ষালয় আছে। স্বাস্থ্যকৰ ঠাই।

ক্ৰমে ঠাকুৰগঞ্জ নামৰ ডাঙৰ বজাৰ এখন পোৱাহি হল। তেতিয়া সন্ধ্যা ৬ বাজিবৰ উপক্ৰম কৰে

ঠাকুৰগঞ্জ বজাৰ।

সেই ঠাইৰ পৰা লক্ষ্ণৌ মূল নগৰলৈ আৰু ৫ মাইল বাকী আছিল। সেই সন্দিলা বজাৰতে খৰি আদি ৰছদ পাতি লৈ ৰাস্তাৰ কাষৰ এক পুখুৰীৰ সন্নিকত ভোজনৰ ব্যৱস্থা কৰা যায়।

লক্ষ্ণৌ নগৰ।

স্থানৰ স্বভাৱ চৰিত্ৰ আৰু হিংস্ৰ জন্তুৰ প্ৰকোপ অধিক। অৰ্থাৎ তস্কৰ বৃৰ্ত্তি লোকৰ অভাব নথকাটো স্বাভাৱিক। খাই লৈ লক্ষ্ণৌ নগৰ পোৱাহি হল। তেতিয়া প্ৰায় বাৰ বাজে। জানিব পৰা গৈছিল যে তাৰ পৰা অযোধ্যালৈ আৰু অধিক পঠ নাছিল। ৰাতি আহি এটা ধৰ্ম্মশালাত থাকি শয়ণৰ অশ্ৰয় গ্ৰহণ কৰা যায়। সেয়ে অযোধ্যা পুৰীৰ সমীপত।

১৫।২।৭০ তাং পুৱা সৰজু নদীতে স্নান তৰ্পণ কৰা হল।

অযোধ্যা পুৰী উঃ প্ৰদেশ

স্নান কৰা ঘাটৰ নাম "ৰাম ঘাট" বুলি প্ৰখ্যাত। হেজাৰ হেজাৰ লোকৰ সমাগম। নদীও তেতিয়া প্ৰৱাহিত হৈ আছিল। নদাও যঠেষ্টই আহল বহল। মৃত্যু হোৱা লোক সকলক সেই নদীৰ পাৰতে দেহসংস্কাৰ কৰি অৱশিষ্ট অংশ নদীৰ গৰ্ভত পেলাই দিয়ে। বহুত মৃত দেহ নদীৰ দাঁতিয়ে কাষৰে ওপঙি থকা দেখা যায়। কুকুৰ শিয়ালে সেই মৃতদেহ বিলাক টনা আজোৰা কৰি থকা আমাৰ দৃষ্টি গোছৰ হৈছিল। নদীখন সেই অৱস্থাত সিমান গভীৰ দেখা নহৈছিল। শ-শ মৃত দেহ বিলাক য'ত ত'ত বালিত পৰি

পৰি থাকে। মানুহ অনা নিয়াৰ পাৰাপাৰ নাই। জন-সমাজ বহুত ভাঠ। খাদ্যাদিৰ বৰ কষ্ট। পইছা পাতিৰ অভাৱ। বিশেষ কৈ বিহাৰীৰ সংখ্যাই অধিক। দুৰ্বিত্ত লোকৰ সংখ্যা বহুত। ওচৰতে এখন দলং আছে। সেই পথেদি বিহাৰ প্ৰদেশলৈ যাব পাৰি। গোৰখপুৰলৈ সেই পথেদি চমু হয়। সৰযু নদীত স্নানৰ পাচত আহি অযোধ্যা মন্দিৰ সমূহ দৰ্শন কৰা হল। অযোধ্যাত মন্দিৰৰ সীমা নাই। তাৰ ভিতৰত ১২টা মন্দিৰেই প্ৰধান।

যেনে—১। ৰত্ন সিংহাসন য'ত দশৰথে ৰাজত্ব কালত ৰাজ শক্তি চলাইছিল। ২। ৰাজমহল ৩। কনক ভৱন ৪। ভাৰত মন্দিৰ ৫। দশৰথৰ ইচ্ছাগৃহ ৬। আনন্দ গৃহ ৭। হনুমান মন্দিৰ ৮। শৃঙ্গৰ মন্দিৰ ৯। ৰাম চন্দ্ৰৰ জন্মভূমি মন্দিৰ ১০। সীতা মন্দিৰ ১১। কেকৈ মন্দিৰ আৰু ১২। ৰামৰ ভিতৰ মন্দিৰ। ইয়াৰ বাদেও গণনাতিত মন্দিৰ অযোধ্যা পুৰীত বিৰাজ মান। বহুটো মন্দিৰ দৰ্শন কৰা যায়।

আবেলি দুটা বজে। এনেতে পুৰীৰ পৰা গোৰখপুৰৰ ফালে যাত্ৰা কৰা হয়। গাড়ী সৰজু নদীৰ বিৰাট দলঙেদি পাৰ হৈ আহি "লোনপুৰ" নামৰ ঠাইত গাড়ী ৰাখি খোৱা মেলাৰ ব্যৱস্থা কৰি চাৰি বজাত অগ্ৰগতিৰে গাড়ীক স্বাধীনতা দিয়া যায়। তাৰ পৰা গোৰখপুৰলৈ ৭৩ মাইল আছিল। এই ঠাইৰ জিলা "গোণ্ডা"।

অযোধ্যা ত্যাগ
গোৰখ পুৰ যাত্ৰা
"লোনপুৰ"
গোণ্ডা জিলা
গান্ধী বষ্টি

## বিশেষ পৰিচয়

সপ্তপুৰীৰ ভিতৰত অযোধ্যা এখন শ্ৰেষ্ঠ তীৰ্থ। এই অযোধ্যাই প্ৰভূ ৰামচন্দ্ৰৰ পূৰ্ব্ববৰ্ত্তী সূৰ্য্য বংশীয় ৰজা সকলৰ ৰাজধানী আছিল। এই অযোধ্যাত নানান মঠ মন্দিৰ পুখুৰী আদিৰে শোশোভিত। এই তীৰ্থ সৰজু নদীৰ দক্ষিণ ফালে অৱস্থিত। উত্তৰ ভাৰতৰ ৰেলৰ ষ্টেচন আছে। সকলো স্থানৰ পৰা আয়োজাত কৰা বিশেষ আছে এই অযোধ্যাৰ সৰজু পাৰতে মহামানৱ মহাত্মা গান্ধীৰ মন্দিৰ আছে। মাহাত্মাৰ অস্থি নিক্ষেপ কৰা ঘাটৰ একাংশত এই স্মৃতি সজীব ভাবে ৰখা দেখিবলৈ পোৱা যায়। ভাষা প্ৰায় হিন্দী। বিহাৰী লোকৰ সংখ্যাই খুউব বেছি। খাদ্য বস্তুৰ প্ৰায় অভাৱ। আৰু মূল্য আধিক। যাত্ৰী প্ৰায় মঠ মন্দিৰ সমুহতে থাকিব পাৰে। সাধু সন্যাসী বহুত।

আহি আহি ৬ বজাত "গান্ধী বষ্টি" নামৰ ঠাইত গাড়ী ৰখাহি হল। সায়ং সন্ধ্যা সমাপন কৰি

**গোৰখ পুৰ ধৰমশালা** গাড়ী এৰা হয়। কিছু ৰাস্তা অতিক্ৰমি নিৰ্দ্দিষ্ট স্থান গোৰখপুৰ পোৱাহি হয়। সাধাৰণ ধৰমশালা এখনৰ কুঠৰীত সকলো জন নিদ্ৰাত পৰা হয়। ৰাতি প্ৰায় ১১ বাজে।

**ৰাপি আৰু হিৰণনদী** এই ঠাইৰ জন মণ্ডলীৰ চৰিত্ৰ সিমান পবিত্ৰ নহয়। চোৰৰ প্ৰকোপ বহু গুনে বেছি। ওচৰতে "ৰাপি" আৰু "হিৰণ" নামৰ দুখন

নদী আহি একে ঠাইতে মিলিত হৈছে। নদী বহুত বহল আহল। দলং যথেষ্টই সৌন্দৰ্য্য পূৰ্ণ মজপুট। বহু স্থানৰ পৰা মৃতদেহ বিলাক আনি উক্ত দলঙৰ দুয়োকাষে সংকাৰ কৰা দেখা গৈছিল।

১৬।২।৭০ পুৱা হিৰণ নদীত স্নান কৰি ৰাতি থকা স্থানত আহি খোৱা লোৱাৰ ব্যৱস্থা কৰা যায়

**গোৰখপুৰ** নদীৰ কাষত খোৱা লোৱা কৰিবলৈ শ্মশানৰ পৰাই স্থান পোৱা নহৈছিল। খাই লৈ গীতা প্ৰেছ চাবৰ কাৰণে যোৱা হল। এই প্ৰেছৰে

**গীতা প্ৰেছ মিল** সহযোগত এটা গীতা প্ৰেছ কাপোৰৰ মিল আছে। তাত নানান তৰহৰ খৰ্দ্দৰ কাপোৰ তৈয়াৰ হয়। এই প্ৰেছতে কৈল্যান নামৰ হিন্দী গ্ৰন্থ খন তৈয়াৰ হয়। যথেষ্ট ডাঙৰ আকাৰৰ প্ৰেছ।

**কাশী যাত্ৰা** চাই চিতি তাৰপা কাশী ক্ষেত্ৰলৈ ৰাৱনা কৰা হল। কিছুমান বাট অতিক্ৰমি এখন বজাৰ পোৱাগৈ হয়। নাম "হাতা বজাৰ"। হিন্দু

**হাতা বজাৰ** আৰু মুছলমান সংমিশ্ৰ বসবাস। বজাৰ পাৰ হৈ "বৰহল গঞ্জ" নামৰ ঠাইত খাদ্য বস্তুৰ বজাৰ কৰি লৈ পুনৰ সৰজু নদী পোৱা গৈ

**দোহাৰ ঘাট** যায়। তাত পাৰহোৱা এখন অস্থায়ী দলং আছে। ঘাটৰ নাম "দোহাৰ ঘাট"। সেই ঘাটত পকাদলঙৰ অগ্ৰগতি আয়োজন

আজম গড় চলিব লাগিছে। ইয়াৰ জিলা গোৰখপুৰেই। সেই দলঙৰ খুটা ১৪টা। সেয়ে ভৈব্য গব্য। নদী বহুত বহল। সিপাৰে থকা স্থানৰ নাম আজম গড়। ইয়াৰ পৰা কাশীলৈ ১৮০মাইল থাকে। ইয়াত মুছলমানৰ সংখ্যাই অধিক। তথাপিও হিন্দুৰো সংখ্যা কম নহয়। জন সংখাও বহুত ডাঠ। সেই থাইত মৃত্যু হোৱা লোকৰো সংখা অধিকটৰ দেখা যায়। সেই কথা দাহ কৰিবলৈ নিয়া মৃত শৰীৰ বিলাকৰ পৰা বুজাৰ ত্ৰুটি নহৈছিল। এই স্থানত মৃত্যু হোৱা লোক সকল চতুৰ্দ্দোল কৰি শ্মশানলৈ নিয়া দেখা যায়। সেই দিনা আছিল ফাগুন মাহৰ ৪ তাৰিখ। ভীম একাদশী তিথি। গৰমৰ প্ৰভাৱ বেছি। ক্ৰমে "জিয়ন পুৰ" নামৰ ঠাই পাৰ হৈ বজাৰ পোৱাহি হল। একাদশী তিথিৰ বাবদ দুপৰীয়া আহাৰ পাতি নকৰাৰ বাবে, এখন নদীৰ পাৰত জলযোগৰ ব্যৱস্থা কৰি ৰাতি ৯ বজাত প্ৰয়াগ অভিমুখে গাড়ী এৰি দিয়া হৈছিল। বাটত

জৈন নগৰ উঃ প্ৰঃ। যাওঁতে "জৈন নগৰ" নামৰ উন্নত অনুস্থান পোৱা যায়। ৰাতি প্ৰায় ১১ বাজে। তাত পুৰাণ কিল্লা আছে। অৰ্থাৎ পূৰ্ব্বে অস্ত্ৰ সস্ত্ৰ সা-সজুলী ৰখা স্থান অহা ৰাস্তাৰ প্ৰায় কাষত ৪০।৫০ ফুট মান ওখ ঠাইত অৱস্থিত। বহুত বাহুল্য নগৰ। কিছুমান দূৰ আহি "গজৰাজ গঞ্জৰ" আশাপুৰ নামৰ ঠাইত গাড়ী ৰাখি ৰাধেশ্যাম ভৱনৰ বাৰন্দাত ৰাতি থকাহি হয়। তাৰ

পৰা এলাহাবাদলৈ ২৪ মাইল দূৰ আছিল। প্ৰয়াগলৈ ৮ মাইল সৰ্ব্ব মুঠ ৩২ মাইল আছিল।

**ফুলপুৰ এলাহাবাদ।**

১৭।২।৭০ পুৱা ছয় বাজে। নিৰ্দ্দিষ্ট স্থানলৈ গাড়ী এৰি দিয়া হল। আহি অলপ দূৰত ফুলপুৰ নামৰ এখন বিতোপন স্থানত অশেষ যত্নেৰে নিৰ্ম্মিত কৰা এটা পুখুৰী পোৱাহি হয়। তাতেই গাড়ী ৰাখি আমি সকলোজন স্নান কৰিবৰ বাবে প্ৰস্তুত হওঁ। সেই পুখুৰী বহু কলীয়াপুৰণি। শিলেৰে মনোময় কৰি খট খটী দি পাৰ বিলাক বান্ধি থোৱা। এগৰাকী ৰাণীয়ে স্বামীয়েকৰ অতিত স্মৃতি ৰক্ষাৰ কাৰণে নিৰ্ম্মাণ কৰাই গৈছিল বুলি জনা যায়। বিষদ বিবৰণ বুজিবলৈ যদিও অক্ষম তথাপিও এখন শিলৰ ফলিত কাতি থোৱা মতে কিছু কথা বুজিবলৈ সক্ষম হৈছিলোঁ। ওচৰত মানুহৰ গাওঁ বিলাক আছে আৰু আহল বহল খেতিৰ স্থানো দেখা পোৱা যায়। লিখা আছে ইৰাণৰজা ৰায়চাহেব শ্ৰীপ্ৰতাপ চন্দ্ৰ ৰজাৰ স্মৃতিৰ অৰ্থে তেওঁৰ পত্নী শ্ৰীমতী গোমতী কুৱঁৰীয়ে উক্ত পুখুৰী নিৰ্ম্মাণ কৰাই দিছিল। নিৰ্ম্মাণৰ শক চন তাৰিখাদি পো'ৱা নগল যদিও পুনৰ সংস্কাৰ মেৰামতি চন ১৯৫৮ চন বুলিহে পোৱা যায়।

প্ৰায় আঁঠ বাজে। প্ৰয়াগতীৰ্থ লৈ ৰাৱণা কৰা যায় দহ বজাত এলাহবাদ পাই তাৰ পৰা প্ৰয়াগ

এলাহাবাদ। প্ৰয়াগ তীৰ্থ। ত্ৰিবেণী লৈ গৈ যমুনা নদী পাৰ হৈ, সিপাৰত মূণ্ডন কৰি পিণ্ড দানৰ বাবে যো-যা কৰা হল। নাৱেৰে পাৰ হৈ যাব পৰা বহুত সুবিধা আছে। শ, শ, খন নাৱেৰে ভৰপুৰ। প্ৰতি জন মানুহৰ পৰা ভাড়া ২·২৫ পঃ হিচাবে নাৱৰীয়াই গ্ৰহণ কৰিছিল। সিপাৰত মূণ্ডন কৰি ত্ৰিবেণীত চুলি খিনি উটাই

ত্ৰিবেণী সংগম

স্নান কৰি, নদীৰ মাজতে পিণ্ড দান কৰা হৈছিল। পুৰুহিতৰ দক্ষিণা আৰু শ্ৰাদ্ধৰ খৰছ প্ৰতিজনে ২·০০ টকা হিচাবে বহন কৰিব লগা হৈছিল। গঙ্গা, যমুনা, সৰস্বতী, এই তিনি নদী মিলিত হৈ ত্ৰিবেণী নাম লৈছে। পিণ্ডৰ পৰা আজৰি হৈ সিপাৰে থকা মন্দিৰ সমূহ দৰ্শন কৰা যায়। যেনে :— ১। বেনু মাধব ২। ৰাম সীতা ৩। হনুমান আদি মন্দিৰত সেৱা জনাই পুনঃ ইপাৰলৈ অহা যায়। তেতিয়া আবেলি ৩-৩০ বাজে। তাত বহুত যাত্ৰীয়ে, বিশেষকৈ

ত্ৰিবেণী

ধনি সম্প্ৰদায়ে বালিত (ত্ৰিবেণীৰ সমীপত) নিৰ্ম্মাণ কৰি ৰখা খেৰৰ ঘৰ আৰু ত্ৰিপালৰ ঘৰ বিলাকত ১৫ দিন পৰ্য্যন্ত বাস কৰে। সেই ঘৰ বিলাক চৰকাৰৰ দ্বাৰা নিৰ্ম্মিত আৰু পুলিচৰ তত্বাৱধানত থাকে। প্ৰয়াগ তীৰ্থত বাস এক মহৎ পুন্যৰ কথা। যাত্ৰীৰ সমাবেশ বহুত।

ত্ৰিবেণীত তিনি ৰঙৰ পানী দেখা পোৱা যায়। যেনে :— যমুনাৰ নীলা অথচ নিৰ্ম্মল, সৰস্বতীৰ বগা, (ঘোল সদৃশ)

গঙ্গাৰ পৰিস্কাৰ ভাবেই দেখা যায়। তাৰ পৰা আহি প্ৰয়াগৰ অক্ষয় বট আৰু নানান ভাৱে অৱস্থিত মূৰ্ত্তি সমূহ দৰ্শন কৰি গাড়ীলৈ অহা হল। তেতিয়া ৫ বাজে। প্ৰয়াগৰ পৰা ক্ৰমগতিৰে কালীধামৰ পথ 'আৰোহণ

এলাহাবাদ

কৰা যায়। গাড়ী এলাহাবাদ জৱহৰলালৰ জন্মভূমি আনন্দ ভৱনৰ সমুখে অনা হয়।

আনন্দ ভৱন

মূল ৰাস্তাৰ কাষতে আনন্দ ভৱন। সমুখে বাৰী খনৰ আয়তন পৰিমান নাই যদিও দীঘপ্ৰস্থ মনিব নোৱৰা পকাবে বাৰী বেষ্টন কৰা আছে। মাজত অসংখ্য ঘৰ। নন্দনবনৰ সৌন্দৰ্য্যৰ দৰে। বৰ্ত্তমান কংগ্ৰেছক সেই গৃহ নেহেৰুৱে মুক্ত দান কৰি থৈ যায়। আনন্দ ভৱন যি আনন্দ ভৱনেই। গৃহৰ সৌন্দৰ্য্য অতুলনীয়।

জুনেদপুৰ

তাৰ পৰা আহি "জুনেদপুৰ" পোৱাহি হল। তাতে অলপ জিৰণি লভি ১০ বজাত কাশী অভিমুখেই গাড়ী চলিব ধৰে। তাৰ পৰা কাশীলৈ আৰু ৭০ মাইল আঁতৰ। ৰাতি এক বজাত ৰোহনীয়া বজাৰৰ ( বাৰানশী ) ত্ৰিপাঠি মেদিকেলৰ এটা খালি ঘৰত ৰাতি কটোৱাহি হয়।

বাৰানশী যাত্ৰা

১৮।২।৭০ পুৱা তাতেই গা-পা ধুই কাশীলৈ যাত্ৰা কৰা যায়।

## এলাহাবাদৰ বিশেষ পৰিচয়

প্ৰয়াগ হিন্দুৰ পৰম পবিত্ৰ তীৰ্থ। এই তীৰ্থ এলাহাবাদত অৱস্থিত। যত পণ্ডিত জৱাহৰলাল নেহেৰুৰ জন্ম ঘৰ আছে। ইয়ালৈ হেজাৰ হেজাৰ তীৰ্থ যাত্ৰীৰ সমাগম হয়। ত্ৰেইন জংচন আছে। ওচৰতে ষ্টেচন। জংচনৰ নাম এলাহাবাদ, ষ্টেচন যমুনাৰ পাৰত অৱস্থিত। ৰাছ মটৰ ত্ৰিবেণীৰ কাষলৈকে যাব পাৰে চৰকাৰৰ ট্ৰেস্ন, পট গাড়ীৰ বিশেষ ভাবে আয়োজাত আছে। দ্ৰব্য বস্তু পোৱাৰ যথেষ্টই সুবিধা যদিও মূল্য অধিক। ইয়াত বহুত দেৱস্থান আছে। যেনে ঃ- মাধব অক্ষয় বট, হনুমান, মনকামেশ্বৰ, সোমনাথ, নাগ বাসুকী বলদেৱ, শিৱ কুট, ভৰদ্বাজ আশ্ৰম, আলোপী দেৱী, বিন্দু মাধৱ, ঝুছি, ললীতা দেৱী, আদি অনেক দেৱ দেৱী মূৰ্ত্তি ও মন্দিৰ পোৱা হয়। প্ৰয়াগ তীৰ্থ ও প্ৰদক্ষিন কৰিব পাৰে তীৰ্থ যাত্ৰীৰ পৰিক্ৰমা নিতান্তই কৰ্ত্তব্য। ইয়াৰ বাজেও আশে পাশে বহুত খণ্ড তীৰ্থ পোৱা যায়। প্ৰায় লোক হিন্দু। কম সংখ্যক মুছলমানো পোৱা যায়। সেই

**কাশী ক্ষেত্ৰ**

থাইত বহব খেতি বেছি উৎপন্ন হয়। ক্ৰমে কাশী ধামে প্ৰৱেশ কৰি ভগৱতী মন্দিৰত সেৱা জনাই কাশী বজাৰৰ মাজে বিশ্ববিদ্যা-

**বিশ্ববিদ্যালয়**

লয় পৰিদৰ্শন কৰা হল। বিশ্ববিদ্যালয়ৰ পৰা নগৰ চাই ভাৰত সেৱা আশ্ৰমত থকাৰ ব্যৱস্থা কৰি খোৱাৰ ব্যৱস্থা গ্ৰহণ কৰা যায়। সেই

**কিনাৰাম বাবা আশ্ৰম**

আশ্ৰমক কিনাৰাম বাবা আশ্ৰম বুলি জনা যায়। অৰ্থাৎ কিনাৰাম নামৰ এজন বাবাই ভিক্ষা সংগ্ৰহ কৰি সেই ধৰ্ম্মশালা নিৰ্ম্মান কৰি যায়। তুমহল পকা ঘৰ।

## কাশীক্ষেত্ৰৰ পৰিচয়

কাশী ধাম এখন মহাতীৰ্থ। কাশীক বানাৰস বা বাৰানসী বুলিও কয় এই তীৰ্থ ক্ষেত্ৰ শিৱ মহাদেৱৰ

**বাৰানশী কিয় বোলে**

কোটী লিঙ্গৰে পৰিপূৰ্ণ। ইয়াত শিৱ শঙ্কৰৰ নিজ হাতে মৰা ত্ৰিশুল আছে। সেই কাৰণ এই কাশী ধামত কোনো প্ৰলয় ঘটিব নোৱাৰে। বৰণা আৰু আসি নামৰ দুখন নদীৰ নামেই এই বাৰানসী নাম পাইছে। ইয়াত মানৱ মৃত্যু হলে মুখ্য গতি লাভ কৰে। সেই হেতুকে বহুত লোকে এই কাশী ধামত মৃত্যু হৈ মুক্তি লভিবৰ কাৰণ ইয়াত বাস কৰেহি। কাশী ভাৰতৰ ভিতৰত প্ৰাচীনতমতীৰ্থ। ইয়াত বিদ্যা কেন্দ্ৰ বহুটো আছে। নানা স্থানৰ পৰা আহি সংস্কৃত অধ্যয়ন কৰি লয়হি। কাশীত

**কাশীৰ বিবৰণ**

প্ৰায় অসম উড়ুপী ভূটানৰ লোক বাস কৰা তথা দেখা শিক্ষা গ্ৰহণ কৰা সংখ্যাই অধিক। ৰাস্তা পদুলী ইয়াত অপূৰ্ব্ব। ইয়াৰ পৰা পাটনা, কলিকতা, লক্ষ্মণ জুলা, দিল্লী প্ৰয়াগ আদিলৈ যাব পাৰি। পূৰ্ব্বোত্তৰ ৰেল আৰু উত্তৰ ৰেলৰ ইয়াত জংচন আছে। ষ্টেচনে কাশীৰ

ওচৰতে অৰ্থাৎ বানাৰসত। সেই ষ্টেচনেই প্ৰধান। কাশী ষ্টেচনৰ ওচৰতে গঙ্গাৰ ৰাজ ঘাট আছে। প্ৰায় ১০০ গজৰ আঁতৰ। তীৰ্থ যাত্ৰী সকল প্ৰায়েই মনিকৰ্নিকা আৰু দশাশ্বৰ মেধ ঘাটত স্নান কৰিবলৈ অধিক ভাবে যায়। ইয়ো এখন শান্তি পূৰ্ণ মনোৰম স্থান। মটৰ গাড়ী, ঘোৰা গাড়ী, ৰিক্সা আদি যাতায়তৰ সুন্দৰ সুবিধা আছে। ইয়াত ষাড় গৰু খুউব বেছি।

**কাশীৰ বিৱৰণ**

কাশীত মঠ মন্দিৰ তথা সাহিত্যিক ৰাজনৈতিক সামাজিক অনুস্থান বহুত আছে। ইয়াত ধৰ্ম্ম সম্পৰ্কীয় আলোচনা বিশেষ ভাবে অলোড়ন হয়। বহুত ধৰ্ম্মশালাও আছে। যেনে :—
১। শ্ৰীকৃষ্ণ ধৰ্ম্মশালা ২। ৰাধাকৃষ্ণ ধৰ্ম্মশালা ৩। বাংলা ধৰ্ম্মশালা ৪। সত্যনাৰায়ণ ধৰ্ম্মশালা ৫। মঠুৰা ধৰ্ম্মশালা ৬। পাৰ্ব্বতী দেবী ধৰ্ম্মশালা ৭। আদি ধৰ্ম্মশালা আৰু বহুতো ধৰ্ম্মশালা ইয়াত স্থাপিত। কিন্তু চুৰি ডকাইটিৰ বাবে সদায় যাত্ৰী সকল সতৰ্ক থকা প্ৰয়োজন।

কাশীৰ গঙ্গাৰ পাৰত বহুতো ঘাট আছে। সেই ঘাট বিলাকত যাত্ৰী সকলে পিণ্ড আৰু অস্থি দান দিব পৰা ব্যৱস্থা আছে। প্ৰতি ঘাটে ঘাটে মন্দিৰ আৰু মাজটো বহুত মন্দিৰ পোৱা যায়। ঘাটৰ কাষত যঠেষ্ট লিঙ্গ স্থাপিত আছে তাৰ বাজেও পুৰীত বেৰ্মল শিৱলিঙ্গই বিশেষ। কাশীক্ষেত্ৰৰো আয়তন ৮৪ ক্ৰোষ। ইয়াৰ সদৰ "বানাৰস" বিশ্ব বিদ্যালয়ত

ছাত্ৰাবাস বহুতো পৰিপাতি হিচাবে পোৱা যায়। বিখ্যাত মদন মোহন মালব্যই কষ্ট সাধনাৰে নিৰ্ম্মাণ কৰা এই অভূত পূৰ্ব্ব অনুস্থান। ছাত্ৰাবাস চাৰি সীমাৰ পৰিধি বিশেষ নেজানো যদিও দীৰ্ঘ প্ৰস্থ বৰ ডাঙৰ। আশ্ৰম যেন লাগে। মনবোৰ সত্ব গুনে আৱৰী থোৱাত অলপো সন্দেহ নাই। নগৰৰ ভিতৰত তৃতীয় শ্ৰেনীৰ লোকেই অধিক। ঠায়ে ঠায়ে "সাৱধান" বুলি লিখি বৰ্ড বিলাক দি থোৱা চকুত পৰে। প্ৰায় লোক ব্যৱসায়ী।

**কাশীত অস্তি দান**

১৯।২।৭০ পুৱা আঁঠ বজাত গঙ্গাত অস্তি পিণ্ড দানৰ বাবে যাওঁ। পঞ্চ নদী মিলন হোৱা হেতু সেই ঘাটক পঞ্চঘাট বুলি কোৱা হয়। গঙ্গা, যমুনা, সৰস্বতী, বৰণা আৰু অসি এই পঞ্চ নদী। স্নান, তৰ্পণ, অস্তি আদি নিক্ষেপ কৰি পাণ্ডাক সন্মান জনাই বিশ্বেশ্বৰ শিৱলিঙ্গ আৰু

**মহাশ্মশান ঘাট**

মহাশ্মশান দৰ্শনৰ কাৰণে যোৱা হল। শ্মশানত একাদিক্ৰমে চিতা পাতি শৱ দাহ কৰা দেখা গৈছিল। একেলগে ২৪ খন চিতাত দুই লাইন কৰি শৱদাহ কৰিব পাৰে। কিন্তু ১২খন চিতা জলাই লৈ আৰু ১২খন নিৰ্ম্মাণ কৰি থাকে। পাৰৰ পকা চোতালত শ-শ মৃত শৰীৰ আনি লানি পাতি থোৱা দেখা যায়। তাত দাহ কৰা কৰ্ম্মী সকলক চণ্ডাল বুলি কয়। ১০।১২ জন কৰ্ম্মী সেই শ্মশানত থাকে। প্ৰাতজন মৃত লোকৰ প্ৰাপ্য অভি-

ভাৱকৰ পৰা গ্ৰহণ কৰে। খৰি আদি কিনি নিব লাগে। খৰিৰ অভাৱ নাই। আম আৰু মহানিম খৰি পাহাৰ কৰি নিচেই কাষতে ব্যৱসায়ীয়ে জমা ৰখা দেখা গৈছিল। মোন হিচাবে খৰি বিক্ৰী কৰে। সেই শ্মশান দিন কিম্বা ৰাতি জুমাব নোৱাৰে। এৱমাদি ক্ৰমে আৰু ৮।৯। খন শ্মশান আছে। মৃত শৰীৰৰ কাপোৰ সমূহ চণ্ডাল সকলে ৰাখে। তীৰ্থ যাত্ৰী সকলে সেই মহাশ্মশান দৰ্শন কৰি বিশ্বেশ্বৰ শিৱ মহাদেৱক দৰ্শন কৰিবগৈ লগা নিয়ম। নহলে তীৰ্থ ফল নিষ্ফল হয়। সেই ঘাটকেই হৰিচন্দ্ৰ শ্মশান ঘাট বুলি কয়। হৰিচন্দ্ৰ মহাৰাজে ব্ৰাহ্মণক দক্ষিণা দিব নোৱাৰি সেই শ্মশানতেই চাণ্ডাল ভাবে খাটিব লগা হৈছিল।

**কাশী মহাশ্মশান**

সেই মহাশ্মশানৰ চিতা ভষ্ম প্ৰতিদিন বিশ্বেশ্বৰ শিৱ লিঙ্গত উচৰ্গা কৰিব লাগিব, অন্যথাই ক্ষেত্ৰত প্ৰলয় ঘটিব। সেই উচ্চৰ্গীত ভষ্ম নি অৰ্ঘ্যমাদিৰ পিণ্ডত দিব লাগে। এই নীতি কাশীত প্ৰসিদ্ধ। সেই শ্মশান দৰ্শন কৰি বিশ্বেশ্বৰ মহাদেৱক দৰ্শন কৰাগৈ হয়। জনতাৰ পৰা মন্দিৰত সোমাবলৈ বহুত কঠিন। তাৰ পৰা অন্নপূৰ্ণা আৰু অন্য লিঙ্গ সমূহ ক্ৰমে দৰ্শন কৰি থকা স্থানলৈ অহা হৈছিল। কাশীৰ ৰাষ্টা সমূহ ক্ষেত্ৰৰ ভিতৰত বৰ ঠেক। সেই ঠেক ৰাষ্টা সমূহক "গলি" বুলি কয়। মাৰ্ব্বল পাথৰৰ শিব লিঙ্গ বহুত কিনিবলৈ পোৱা হয়। সেই ক্ষেত্ৰৰ গলি বিলাকত ষাড় গৰু

বহুত। সতৰ্কৰে যাত্ৰী সকল ফুৰা কৰ্ত্তব্য। সেইদিনা বহুত বৰষুণ আছিল। আশ্ৰম ধৰ্ম্মশালাত খোৱা-লোৱা সমাধা কৰি সন্ধ্যা ৬ বজাত কাশী ত্যাগ কৰি গয়া ক্ষেত্ৰলৈ ৰাওনা কৰা হল।

**কাশী ত্যাগ**

**গয়া যাত্ৰা বিহাৰ**

কাশী ক্ষেত্ৰ এৰি দলং পাৰ হৈ বিহাৰ প্ৰদেশলৈ যাত্ৰা কৰা যায়। সমীপতে এটা ডাঙৰ জংচন পোৱা গৈছিল। নাম হল মোগলচৰাই জংচন। বহুত ৰেলৰ নিবাস ও জিৰণি স্থান। ৰাতি ৰাতি গাড়ী চলিব ধৰে। ৰাস্তা নতুন নিৰ্ম্মাণ কাৰ্য্য চলি অছে। পথ পঙ্কাঙ্কুল, প্ৰায় ৮০ খন মান বজাই গাড়ী আৰু খালি গাড়ী বোকাত লাগি পথ ৰোধ কৰি থকা পোৱা যায়। এখন গাড়ী চুৰমাৰ হৈ খালিৰ কাষত পৰি থাকে। এনে বিপৰ্য্যই হোৱা হেতু দুঘণ্টা কাল তাতে কটাব লগাত পৰে। গাড়ী উলিয়াই লৈ ব্লকচৰ পথে যাত্ৰা কৰা যায়। সেই ব্লকচৰতে আমাৰ ড্ৰাইভাৰ জনৰ ঘৰ। সেই হেতুকে কিছু ৰাস্তা ঘূৰিব লগা হয়। ৰাতি আহি থাকি পুৱা ৫ বজাত ড্ৰাইভাৰ শ্ৰীমুক্তি সিঙৰ ঘৰ পোৱাহি হল।

সেইদিনা ২০।২।৭০ তাৰিখ অনিদ্ৰা অৱস্থাৰে স্নানাদি কাৰ্য্য সমাপণ কৰি এটা নতুন তৈয়াৰী পকা ঘৰত খোৱা মেলাৰ ব্যৱস্থা কৰা যায়। ড্ৰাইভাৰেই সেই ঘৰৰ সুন্দৰ ব্যৱস্থা কৰি দিছিল আৰু তেৱেঁই সকলোৰে ভোজনৰ বাবে ঘৰৰ পৰা খাদ্য সামগ্ৰীৰ যোগান ধৰিছিল।

**ব্লকচৰ গ্ৰাম বিহাৰ**

এই বৰুচৰ এখন সৌন্দৰ্য্য পূৰ্ণ স্থান। বক্সচৰ বজাৰ ...তিব মনোৰম। ইয়াত ষ্টেচন আছে। পূৰ্ব্বে ইয়াক সিদ্ধাশ্ৰম ...লিছিল। মহৰ্ষী বিশ্বামিত্ৰৰ ইয়াতে আশ্ৰম আছে। ইয়াত ...ষি বহু গুণে হয় আৰু পৰিপাতি। যব, ঘেহু, আলু, ...বিয়হ, চফ আদি প্ৰায় খেতিৰ প্ৰাচূৰ্য্য দেখি মোহ নগৈ ...ৰাৰিছিলোঁ, প্ৰায় লোকেই হিন্দু। গাখীৰৰ কিলোত ১টকা ...পাৱা যায়। মাটিৰ ঘৰেই অধিক। চাউল কিলোতো ১.৩১ পইছা। প্ৰায়েই আটা ব্যৱহাৰ কৰে। খাই লৈ পাটনা তথা গয়া ক্ষেত্ৰৰ ফালে যাত্ৰা কৰা হল। তেতিয়া প্ৰায় দুই বাজে। আহি ৪৫ মাইল আঁতৰত "আৰা" নামৰ এখন বজাৰ পোৱা যায়। বজাৰ চাই পুনৰ কিছু ৰাস্তা অতিক্ৰম কৰি "কলোৱাৰ" নামৰ বজাৰত জিৰণি লোৱাহি হৈছিল। অলপ ওচৰতে সোন নদী আছে। তাত এখন ডাঙৰ আকাৰৰ দলং আছে। এই দলং প্ৰায় ১মাইলৰ হয়টো অধিক যেন বুজায়। ওপৰৰ খাপেদি দুখন ট্ৰেইন অহা-যোৱা কৰিব পাৰে। তলৰ মহলেদি গাড়ী, মটৰ, মানুহ, চাইকেল আদি যান বহন অহৰহ গতি কৰে। দলং খন অতি চমৎকাৰ। পুনৰ গাড়ী বহু পথ আহি "বক্তা" ...নামৰ বজাৰ পাই ৰাতি এক বজাত শয়নৰ ব্যৱস্থা কৰা

...াটনা ...াত্ৰা

...আঁৰা বজাৰ

"কলোৱাৰ" ...জাৰ

...সোণ নদী

...ক্তা বজাৰ

গৈছিল। গয়ালৈ গাড়ী চলিব ধৰে। তেতিয়া পুৱা ৫ বাজে
সেইদিনা ২১।১।৭০ তাৰিখ। আহি আহি
**ৰাজ গীৰ** পাহাৰৰ কাষত এখন "ৰাজগীৰ" নামৰ স্থান
পোৱাহি হয়। স্থান মনোৰম। তাত হিন্দুৰ
মন্দিৰ আছে। যাত্ৰীৰ বহুত পয়োভৰ। বিশেষ
**ৰাম শিৱ মন্দিৰ** কৈ সেই দিনা পূৰ্ণিমা তিথি থকাৰ বাবে
তাত দৰ্শন কৰিবৰ কাৰণে অহা হৈছিল। ইয়াত
ৰাম মন্দিৰ আৰু শিৱ মন্দিৰ আছে। ইয়াৰ
পৰা গয়া ক্ষেত্ৰলৈ আৰু ৪০ মাইল বাকী
**পঞ্চমুখী নদী বিহাৰ** আছিল। সেই ৰাজগীৰৰ পৰা তিনি মাইল
আহি এখন নদী পোৱাহি হল। নাম "পঞ্চমুখী"
ইয়াতে স্নান সন্ধ্যা কৰি খোৱা লোৱা কৰা
হল। এক বজাত গাড়ী এৰি গয়া পথ আৰোহণ কৰা যায়।
পাছ দিনা বৈকুণ্ঠি ৺শ্ৰীশ্ৰীহৰিদেৱ গোস্বামী প্ৰভুৰ বাৎসৰীক
তিথি থকাৰ বাবে বিশেষ লৰা লৰি কৰিব লগা হল।
ইয়াত কৃষি প্ৰায় মধ্যম ভাবে উৎপন্ন হয়।
**পপা গাওঁ** কিন্তু ৰহৰ খেতি অধিক। জন সমাজ প্ৰায়
সভ্য। ৭ বাজে সেই সময়তেই গয়া ক্ষেত্ৰ
**সীতা কুণ্ড** পোৱাগৈ হৈছিল। প্ৰথমেই সীতা কুণ্ডত আহ্নিক
**ৰাম মন্দিৰ** কৰি ৰাম মন্দিৰ দৰ্শনৰ কাৰণে যোৱা হল।
**গয়া** সেই মন্দিৰ পাহাৰৰ ওপৰত। ২৮৪ খাপ
ওপৰলৈ উঠিব লগা হৈছিল। তাত সেৱা

সংকাৰ জনাই তাৰ পৰা চাৰি মাইল দুৰত থকা প্ৰেত শিলা দৰ্শনলৈ গৈ ৪৪৮ খাপ উচ্চলৈ গতি কৰি প্ৰেত শিলা দৰ্শন কৰা হয়। তাত মন্দিৰ আছে। মন্দিৰৰ সমুখত এচটা শিল আছে। শিল চটাত তিনি ৰেখা স্পষ্ট দেখিবলৈ পোৱা যায়। সেই ৰেখা তিনি সোণৰ দীৰ্ঘ আকাৰত প্ৰৱাহিত। প্ৰায় ২½" ফুট শিল চটা দীঘল। সমীপতে প্ৰেত পাহাৰ। তাত প্ৰেত পাহাৰ প্ৰদক্ষিণ কৰিব লগা নিয়ম থাকে। কাষতে বৰ শকত তেতেলি গছ এজোপা অৱস্থিত। তাত বহুত কাপোৰ ওলমি থকা দেখা গৈছিল। সেই বৃক্ষত কামনা কৰি বস্ত্ৰ যদি দান কৰা যায় তেতিয়া অপুত্ৰকৰ পুত্ৰ হয় বুলি জনা যায়। নামনিত শিৱকুণ্ড আৰু পঞ্চানন মন্দিৰ আছে। চতুৰ্ম্মুখ ব্ৰহ্মাৰ মূৰ্ত্তি আছে। সন্ধ্যা অৱসৰত থকা স্থানৰ অন্বেষণ কৰি ধৰ্ম্মশালাত থকা হয়।

প্ৰেতশিলা

২২।২।৭০ পাণ্ডাৰ লগত আলোচনা কৰি পিণ্ড দানৰ কাৰণে যোৱা হল। পাণ্ডা জন যুবা বয়স্ক লোক। শিক্ষাত বি, এ, ৺বালগোবিন্দ সেন পাণ্ডাৰ পুত্ৰ। ঘৰ দুৱাৰ বহুগুণে উন্নত সেই পাণ্ডাৰ নিৰ্দ্দেশ মতে পুৱা ফল্গু নদীত শ্ৰাদ্ধ পিণ্ড দানৰ বাবে যোৱা যায়। প্ৰায় দহ বাজে। শ্ৰাদ্ধৰ পুৰুহিত তিনিজন লোৱা হৈছিল। তাৰ পৰা অৱসৰ হৈ মন্দিৰলৈ

ফল্গু নদীত পিণ্ড দান

বিষ্ণু পদ

আহি বিষ্ণু পদত অৰ্ঘ্যমাদিৰ পিণ্ড দান কৰা যায়। সৌভাগ্য বশতঃ শান্তিৰেই পিণ্ড সমূহ সমৰ্পণ কৰা হৈছিল। মন্দিৰৰ মধ্যত গয়াসুৰৰ বক্ষ্য প্ৰদেশত বিষ্ণুৰ পদ পদ্ম স্থাপিত আছে সেই পদ এটা কুণ্ড আকাৰত কিছু তলত দেখিবলৈ পোৱা যায়। পদ পদ্মত নিজৰ মূৰ লগাই সেৱা জনাব পাৰি। ধ্বজ বজ্ৰ আদি নানান চিহ্নৰে পাদ পদ্ম ৰঞ্জিত। বিষ্ণু পদৰ কাৰ্য্য সামাধা কৰি আহি অক্ষয় বট বৃক্ষৰ তললৈ অহা হৈছিল। তাতো পিণ্ড দান কৰিব লাগে আৰু তীৰ্থৰ সুফল লাভ কৰে সেই বট বৃক্ষৰ তলত তীৰ্থ আৰু অৰ্ঘ্যামাদিৰ সমস্ত কাৰ্য্য সফল আৰু উৰ্পৰি পুৰুষ সকলৰ স্বৰ্গপ্ৰাপ্তিৰ কামনা দ্বাৰা অৰ্ঘ্যমাদিৰ পিণ্ড দান কৰে। তাত এটা নিজৰ অভিৰুছি মতে 'কল' ত্যাগ কৰিবলৈ কয়। পাণ্ডাই প্ৰতি তীৰ্থ যাত্ৰীৰ হাত দুখন একত্ৰ কৰিলৈ এধাৰ ফুলৰ মালা দুইহাতৰ মাজত সুমুৱাই দিয়ে। সেয়ে ভৱ বন্ধন। পাণ্ডাই মন্ত্ৰ উচ্চাৰণ কৰি পিঠিত তিনিবাৰ চপৰীয়াই সেই বন্ধনৰ পৰা মুক্ত কৰে, আৰু তীৰ্থ কাৰ্য্যত অৰ্ঘ্যমাদি পৰিতুষ্ট হৈছে বুলি সুফল দান কৰি কৃতাৰ্থ কৰে। কৰ্ত্তাসকলে পাণ্ডাক শেষত তিনি প্ৰশ্ন কৰিব লগা প্ৰথা অছে যে আজি গয়া ক্ষেত্ৰত অৰ্ঘ্যমাদি সকল পিণ্ড দ্বাৰা উদ্ধাৰ হলনে? তীৰ্থ যাত্ৰাৰ সুফল হল নে? আৰু তীৰ্থ কাৰ্য্যৰ দোষ ত্ৰুটি আদি কিবা আছেনে ইত্যাদি। ক্ষেত্ৰ গুৰু পাণ্ডাই সকলো বিলাক যাত্ৰী সকলক বৰ্ণনা কৰি যাত্ৰী সকলৰ মন নিৰ্ম্মল কৰে। আৰু সকলো পিণ্ড

**অক্ষয় বট**

অক্ষয় বট বৃক্ষৰ গুৰিত অৰ্পন কৰা হয় আৰু অৰ্দ্ধ অংশ গো গ্ৰামত দিয়া হল। অৱসৰ হৈ ক্ষেত্ৰগুৰু

গয়াত্যাগ

পাণ্ডাক যোগ্য অনুসৰি দক্ষিণা সহ বস্ত্ৰ দান কৰা বিধেয়। তদানুযায়ী যথা শক্তি দক্ষিণা আৰু ব্ৰাহ্মন ভোজন কৰাই নিজৰ গাড়ীলৈ আহি জলযোগ কৰি তীৰ্থপুৰী দৰ্শন কৰা যায়। বুদ্ধগয়া, ব্ৰহ্মযোনী আদি নানান স্থান দৰ্শন কৰি জগন্নাথ পুৰী অভিমুখে ৰাৱনা কৰা হল।

## বিশেষ পৰিচয়

বিষ্ণুপদ গয়াৰ পৰা বুদ্ধ গয়ালৈ ৭ মাইল পথ যাব লাগে। তাত ভগৱান বুদ্ধৰ ডাঙৰ মন্দিৰ আছে মন্দিৰ বৰ ওখ। মন্দিৰৰ পাছ ফালে এখন

বুদ্ধগয়া

সিংহাসন আছে। এজোপা আহঁত গছ পোৱা যায়। সেই গছৰ তলতেই বুদ্ধৰ জ্ঞান প্ৰাপ্তি হয়। যাত্ৰী সকল থাকিব পৰা সুন্দৰ ব্যৱস্থাৰে ধৰ্ম্মশালা নিৰ্ম্মান কৰা আছে। তাৰ পৰা ৭ মাইল দুৰত এখন "ভাৰত সেৱাশ্ৰম" আছে। তাতো যাত্ৰী থাকিব পৰা সুন্দৰ ব্যৱস্থা পোৱা যায়। গয়া ষ্টেচন নগৰৰ সমীপতে আছে। পূৰ্ব্বোত্তৰ আৰু কলিকতা দিল্লীৰ পৰা ইয়ালৈ ৰেল অহা যোৱা কৰে। পাটনাৰ পৰা ইয়ালে এটা প্ৰসিদ্ধ লাইন গয়ালৈ আছে। ষ্টেচনত যাত্ৰী থাকিব পৰা ব্যৱস্থাৰ ঘৰ সুন্দৰ ভাবে পোৱা যায়। ষ্টেচনৰ

ওচৰতে জৈন ধৰ্ম্মশালা, ইয়াতো মন্দিৰ আছে। যেনে গদাধৰ মন্দিৰ, মঞ্জৰ পৃষ্ঠ, আদি গয়া, সূৰ্য্য কুণ্ড, সীতা কুণ্ড, ৰাম গয়া, আকাশ গঙ্গা, গায়ত্ৰীদেবী, শঙ্কতা দেৱী, ব্ৰহ্মযোনী, সাবিত্ৰী কুণ্ড সৰস্বতী নদী, ধৰ্ম্মাৰণ্য, আদি অনেক পুণ্য স্মৃতি দেখিবলৈ পোৱা যায়।

যাত্ৰী সকলে প্ৰথম শ্ৰাদ্ধ ফল্গু নদীৰ বালিতে কৰিব লগা হয়। ওচৰতে শ্মশান ঘাট। তাত সেই অঞ্চলৰ মৃত শৰীৰ সমূহ অগ্নি সংস্কাৰ কৰে। মৃত শৰীৰ দেখিলে বা চুলে সেই অঞ্চলত স্নান কৰাৰ নীতি নেথাকে। বৰং স্বৰ্গবাসী লোক বুলি সকলোৱে শ্ৰাদ্ধহে নিবেদন কৰে। নতুন বস্ত্ৰ পিন্ধায় মাহ-হালধি আৰু ফুলেৰে সজাই চতুৰ্দ্দোল কৰি সংকীৰ্ত্তন গায় গায় লৈ যায়। মানুহ মৃত্যু হোৱা এটা সাধাৰন কথা বুলি কোনেও ভয় বা ভ্ৰুক্ষেপ নকৰে মাইকী হলে লাল কাপোৰ আৰু পুৰুষ বগা কাপোৰ দি ঢাকি নিয়া নিয়ম।

গাড়ী যাব ধৰে। ৰাজবাঁগ নামৰ এডোখৰ ঠায় পোৱা গৈ হল। তাতে ৰাতি থাকি, ২৩।২।৭০ তাৰিখৰ বাৰ বজাত গাড়ী এৰি 'ৰামগড়' পাহাৰ পোৱা-হি যায়। পাহাৰৰ দৃশ্য অতি মনোৰম, শাল চেগুন আদি মূল্যবান কাঠৰ ফাৰ্ম আছে। সম-তলৰ পৰা গাড়ী পাহাৰৰ উচ্চস্তৰত উঠি পৰে গৈ। ১২০০ ফুটৰ ওপৰত ৩০ মাইল গাড়ী চলাব লগা হয়। ওপৰৰ পৰা ভৈয়ামৰ দৃশ্য চাবলৈ অতি মনোৰম হৈ পৰিছিল।

ৰাজবাঁগ বিহাৰ

ৰামগড় পাহাৰ

ৰাছি নগৰ — অলপ দুৰ আহি ৰাছি নগৰ পোৱাহি হয় নগৰৰ আয়তন বহুত। তাত বহুত মিলিটৰীৰ বাসস্থান। পাহাৰৰ মালভূমিত এখন সৰু চাহ

খুটিবজাৰ — বাগিছা আছে। সুন্দৰ নগৰ খন। আহি আহি খুটি বজাৰ পোৱাহি যায়। তাত বিহাৰী বনুৱা বহুত বাস আৰু ব্যৱসায় কৰি থাকে। চাউলৰ দাম বহুত। সেই ঠাই এৰি ক্ৰমে "মূৰহ বন্দগাওঁ" নামৰ ঠাইত শাল চেগুনৰ বিৰাট ফাৰ্ম পাহাৰৰ ওপৰত দেখা পোৱা গল। প্ৰায় ১৫ মাইল সেই ফাৰ্মৰ কাষেদিয়েই গাড়ী যাব ধৰে। অথচ

বিহাৰ প্ৰদেশ — অন্ত পৰা নাছিল। তাৰ পৰা গাড়ী অন্য পথে গতি কৰে। পাহাৰৰ ওপৰত গাড়ী উঠি পৰো-তে ১৭০০ শ ফুটৰ অধিকো ঠায়ে ঠায়ে হৈছিল গৈ। মাজে মাজে জন জাতীৰ বাসস্থান আছে। তেতিয়া প্ৰায় আবেলি ৫ বাজে। ক্ষেত্ৰলৈ তাৰ পৰা আৰু ২৬০ মাইল আছিল বুলি জানিব পৰা যায়। কুৰি মাইল অতিক্ৰমি

চক্ৰধৰপুৰ নগৰ — এখন সুন্দৰ নগৰ পোৱাগৈ হল। নগৰৰ নাম "চক্ৰধৰপুৰ"। নগৰৰ সৌন্দয্যই আমাক মোহিত যে কৰা নাছিল এনে নহয়। জন জাতীৰ

ওলোতা উৰিষ্যা প্ৰবেশ — সৰহ ভাগেই হিন্দু। সকলোৱেই পৰিস্কাৰ পৰি-চন্নতা। তাতেই বজাৰ কৰি কিছু দুৰ আহি খোৱা মেলা সাং কৰি, ৰাতি ১১ বজাত সেই ঠাইৰ পৰা গাড়ী এৰি দিয়া হয়। ১ বাজে

সেই সময়তেই উৰিষ্যা প্ৰদেশত প্ৰবেশ কৰা যায় যদিও ৰাতি তোৰণ বন্ধ থকা হেতু তাত অপেক্ষা নকৰি ঘূৰন পথেদি পুনৰ ৩৩ মাইল আহি এঠাইত গাড়ী ৰখাহি হল। প্ৰায় তিনি বাজে প্ৰভাতৰ অপেক্ষা কৰি তোৰণৰ মুখত গাড়ী

**গতিত বিহাৰ প্ৰদেশত**

ৰখাহি হয়। আহোতে জামচেদপুৰ টাটা কোম্পানীৰ মুখেদি অহা হয়। সেই পথেদি ঘূৰোতে প্ৰায় ৪৫০ মাইল বক্ৰগতি পথে ঘূৰা হয়। আহোতে পুল এটাৰ কাষত এখন ডিজেল

**বিহাৰ**

গাড়ী চূৰ্ণাকৃত হৈ পৰি থকা দেখা গৈছিল। গাড়ীৰ কোনো ঘটনাৰ সূত্ৰপাত আমি জনা

**ৰাজ নগৰ**

নাছিলো। সেই ঠাইৰ নাম হল "ৰাজনগৰ"। তাতেই গাড়ী ৰৈ পৰে। ওচৰতে বিষ্ণু যজ্ঞ চলি আছিল। হিন্দুৰ সংখ্যাই তাত বিশেষ। তাতে খাইলৈ জামচেদপুৰ টাটা কোম্পানীৰ স্থান পোৱাগৈ হয়। বহুত বহুত আহল বহল টাটা কোম্পানী কাৰখানা

**টাটা কোম্পানী**

চমৎকাৰ কাৰু-কাৰ্য্য। ভিতৰত অসংখ্য অপৰি-মিত ঘৰ, কল-কাৰখানা। নানান তৰহৰ ট্ৰাক টিং অনান্য যন্ত্ৰ পাতি লো-তীখাৰ বস্তু বহু ভাগেই তৈয়াৰ হয়। চাব লগা জামচেদ পুৰৰ টাটা কোম্পানী। প্ৰায় কামেই কয়লাৰ দ্বাৰা ইঞ্জিন পৰিচালিত কৰে। সেই নগৰ পাওঁতে আমাৰ তিনি বাজে। জামছেদপুৰৰ পৰা পুণৰ গাড়ী এৰি নানান স্থান অতিক্ৰমি হৰগোড়া তিনিআলি পোৱাহি

হল। ভুলক্ৰমে মেডিনীপুৰ ৰাষ্টাই ১০ মাইল অতিৰিক্ত গৈ স্থানীয় পুলিচৰ কথা মতে যোৱা ৰাষ্টাই ঘুৰি

বাৰীপাড়া বিহাৰ উৰিষ্যাৰ শাখা

আহি বাড়ীপাড়াই দি গাড়ী অহিব ধৰে সেই ঠাইৰ পৰা ৭ মাইল আহি বিহাৰ উৰিষ্যা সীমাত উপনিত হোৱাহি হল। তাৰ পৰা অগ্ৰ-গতিৰে আহি ৰাতি ২ বজাত কেশপুৰ নামৰ ঠাইত থকাহি হয়।

কেশপুৰত অতীজ কালৰ এটা পকা পাৰৰ পুখুৰী আছে। কাষতে এখন এটা ভগ্নাৱশেষ মন্দিৰ দেখা গল

কেশপুৰ

পুৱা তাতেই স্নান ভোজনৰ ব্যৱস্থা কৰি স্থান দৰ্শন কৰা হ'ল। সেই আশ্ৰমৰ নাম 'কেশপুৰ' নামে প্ৰখ্যাত। আশ্ৰম আৰু পুখুৰী নিৰ্ম্মানৰ কোনো শক তাৰিখ পোৱা নহৈছিল। কেৱল শ শ বছৰৰ পুৰণি বুলি তাৰ কাৰ্য্য-কলাপেই আমাক পৰিচয় দিয়াত অলপো ত্ৰুটি কৰা নাছিল। সেই ঠাইত শালিধান প্ৰচুৰ পৰিমানে উৎপন্ন হয়। প্ৰায় লোক হিন্দু, বঙ্গভাষী। খোৱা লোৱা সাং কৰি তাৰ পৰা শ্ৰীক্ষেত্ৰৰ ফালে গতি কৰা হল। ইয়াৰ পৰা পুৰালৈ আৰু ত্ৰিশ মাইল বুলি বুজিব পৰা গৈছিল।

চাৰি বাজে। কটক এৰি ভুবনেশ্বৰ মন্দিৰ পোৱাগৈ হল। মন্দিৰৰ একাংশত গাড়ী ৰাখি মন্দিৰত প্ৰবেশ কৰা হল। সেইদিনা তাৰিখ আছিল ২৫।২।৭০

## বিশেষ পৰিচয়

ভূৱনেশ্বৰলৈ ৰেলেদি যাব পৰা সুন্দৰ ব্যৱস্থা আছে। হাওৰাৰ পৰা ভূৱনেশ্বৰ ষ্টেচনলৈ ট্ৰেইন পথে ৪৩৭ কিলো-মিটাৰ হয়। ষ্টেচনৰ পৰা ভূৱনেশ্বৰ মন্দিৰলৈ তিনি মাইল দূৰত্ব। জগন্নাথ পুৰীৰ পৰাও ভূৱনেশ্বৰ দৰ্শন কৰিবলৈ বহু যাত্ৰী আহে। অতিজৰে মনোৰম মন্দিৰ। শিলৰ কামেই বিশেষ। মূল মন্দিৰৰ বাদে আৰু অনেক মন্দিৰ আশে পাশে আছে। তাত নানান দেৱ-দেৱী মূৰ্ত্তি প্ৰতিষ্ঠা কৰা হৈছে গড় কাপ্তানী পথৰ নিচেই কাষতে মন্দিৰ অৱস্থিত। ইয়াত তীৰ্থ যাত্ৰী সকল থাকিব পৰা কেবাটাও সুন্দৰ ধৰম শালা আছে। সেই ধৰম শালাত যাত্ৰী সকল থাকিলে কোনো ভাড়া গ্ৰহণ নকৰে। প্ৰায় বিলাক তীৰ্থতে এনে দৰে অতিথি থাকিব পৰা ভূমহল পৰিমিত ঘৰ নিৰ্ম্মাণ কৰা পোৱা যায়। এইবিলাক জমিদাৰ ৰজা মহাৰজা সকলে নিজৰ কল্যানৰ অৰ্থে নিৰ্ম্মাণ কৰাই দিয়ে। ভূৱনেশ্বৰত বিন্দু সৰোবৰ নামে এটা আহল বহল শকত আকাৰৰ পুখুৰী আছে। যাত্ৰী সকলে প্ৰথমেই এই সৰোবৰত স্নান কৰি পাচত বিগ্ৰহ দৰ্শন কৰে। ধৰমশালাৰ ওচৰতে এই সৰোবৰ নিৰ্ম্মাণ। গা ধুব পৰা সুন্দৰ পকা ঘাট তৈয়াৰ কৰা আছে। ইয়াটো যাত্ৰীয়ে পিণ্ডাদি দান কৰিব পৰা ব্যৱস্থা আৰু পাণ্ডা আছে। প্ৰবাদ আছে যে অতিজৰ ঋষি মুনিসকল একত্ৰ হৈ তীৰ্থ ভ্ৰমণ কৰিছিল আৰু নানান তীৰ্থৰ জল, নিজ নিজ কমণ্ডলুত

আনি এই সৰোবৰত নিক্ষেপ কৰিছিল। সেই কাৰণে তাত স্নান কৰিলে ভাৰতৰ সকলো তীৰ্থতে স্নান কৰাৰ ফল প্ৰাপ্ত হয় বুলি জানিবলৈ পোৱা গৈছিল।

ভুৱনেশ্বৰ মন্দিৰ ওখই ১৮০ ফুট। আমাৰ ভ্ৰমণ কালত জীৰ্ণ হৈ যোৱা অংশ বিলাক পুনৰ মেৰামতি কৰা দেখা গৈছিল। পূৰ্ব্বচীন কালত ভুৱনেশ্বৰক কোটীলিঙ্গ বুলিও কৈছিল। ইয়াতো ভোগ প্ৰসাদৰ বিশেষ ব্যৱস্থা আছে। বিন্দু সৰোবৰৰ মাজত এটা সৰু মন্দিৰ আছে। মন্দিৰৰ অৱস্থা সিমান উজ্জ্বল দেখা নহল। ইয়াত পৰশুৰামেশ্বৰম্ নামে এটা অতি পৌৰাণিক মন্দিৰ আছে। খৃঃ পূঃ পঞ্চম শতিকাতে নিৰ্ম্মাণ কৰা বুলি জানিব পৰা গৈছিল। এই মন্দিৰ প্ৰায় ১১০০ শ বছৰৰো অধিক কাল আগতে নিৰ্ম্মাণ বুলি জনা যায়। এই মন্দিৰ উৰিষ্যাৰ ৰজা যযাতিকেশৰীয়ে নিৰ্ম্মাণ কৰাইছিল। ইয়াৰ পৰা আধা মাইল দূৰত সিদ্ধৰাজ ভুৱনেশ্বৰ মন্দিৰ আছে। ভুৱনেশ্বৰ মন্দিৰৰ পূবকাষে ভাস্কৰেশ্বৰ মন্দিৰ। পশ্চিমে ৰাজধানী মন্দিৰ আৰু ওচৰা ওচৰিকৈ বাসুদেৱ, অনন্ত আদি নানান নামাকৰণে মন্দিৰ সমূহ বিৰাজমান। ইয়াৰ পৰা ৪/৫ মাইল মান দুৰত উদয় গিৰি, খণ্ড গিৰি, নামে দুটা পাহাৰ আছে। তাত অজন্তাৰ দৰে বহুত গুহা আছে আৰু বৌদ্ধ ভীক্ষুক সকলৰ প্ৰতিমূৰ্ত্তি আছে বুলি বুজিব পৰা যায়।

ইত্যাদি স্থান সমূহ দৰ্শন কৰি ৰাতি পুৰীলৈ যত্ৰা কৰা হল। ৰাতি আসাম পাণ্ডা শ্ৰীলোকনাথ মহাপাত্ৰৰ অতিথি শালাত থাকি মহাপ্ৰসাদ ভক্ষণ কৰি জগবন্ধু দৰ্শনান্তে শয়নৰ অশ্ৰয় লোৱা হল।

জগন্নাথ ক্ষেত্ৰ

২৬।২।৭০ তাৰিখে পূৱা সাগৰত পিণ্ড দান কৰিবৰ কাৰনে পাণ্ডা সহ সদল বলে যোৱা হল। ৰাস্তাৰ দুয়ো কাশে কাঙাল সকলৰ সমাবেশ। মহাত্মন্নেৰে পিণ্ডাদি কাৰ্য্য সমাপন কৰি সাগৰত নামি স্নান আৰু ঢৌ লৈ আনন্দ উপভোগ কৰি দুটা বজাত থকা স্থান পোৱাহি হল। প্ৰসাদ আদি খাই লৈ ৰাতি জগন্নাথ পুৰী নিৰলা ভাৱে দৰ্শন কৰিবৰ সুবিধা পোৱা হৈছিল। সেইদিনা জগন্নাথ মন্দিৰত আৰতি চাই দৃষ্টি সাৰ্থক কৰা হৈছিল। ২৭ ২।৭০ সেই দিনা মাৰ্কণ্ডেৱ কুণ্ডত স্নান কৰাগৈ হল। পাৰতথকা শিৱমন্দিৰ আৰু মাৰ্কণ্ডেৱ মন্দিৰত সেৱা কৰি স্ব স্থান পোৱহি হয়। আবেলি জগন্নাথৰ অন্ন সিদ্ধ ভৱন, ফুলনী বাৰী, সাক্ষী গোপাল, আনন্দ বজাৰ, একাদশী পুৰুষ, আদি নানান স্থান দৰ্শন কৰা হল।

মাৰ্কণ্ডেৱ কুণ্ড

ৰন্ধন গৃহত ৭৫২ টা চৌকা। প্ৰতি চৌত ৯ টাকৈ চৰু সিদ্ধ হয়। ৪৩৬ জন কৰ্ম্মচাৰীয়ে উক্ত ৰন্ধন কাৰ্য্যত লিপ্ত থাকে সেই সকলক সচৰাচৰ পাণ্ডা বোলা হয়। সকলো যাত্ৰীয়ে বিনা পইচাই জগন্নাথৰ প্ৰসাদ ভোজন কৰিব পাৰে। কাঙাল সকলৰ

কাৰণে অন্নৰ অভাৱ নাই। তাৰ পাচত বেদ, গঙ্গা দৰ্শন কৰাগৈ হল। ক্ষেত্ৰৰ সৌন্দৰ্য্য অসীম জগন্নাথৰ বাহিৰে অন্য ক্ষেত্ৰত থকা খোৱাৰ সুবিধা বহু গুণে বুলি কব পাৰি। পশ্চিম দ্বাৰৰ বাহিৰে উত্তৰ কাশে দিনে ৰাতিয়ে হৰি কীৰ্ত্তন চলি থাকে। সেই অনুষ্ঠান বঙ্গৰ এজন লোকে স্থাপিত কৰি আজিও চলাই আছে। তাৰ খৰছ আংশিক ভাবে তেওঁ গ্ৰহণ কৰে মন্দিৰত উঠা দক্ষিণা সেই অনুষ্ঠানতেই ব্যয় কৰে।

## জগন্নাথৰ বিশেষ পৰিচয়

জগন্নাথ ক্ষেত্ৰ হিন্দুৰ অন্যতম। এই পুৰী ধাম্ ইন্দ্ৰ দ্যুম্ন ৰজাই নিৰ্ম্মাণ কৰি কীৰ্ত্তি ৰাখি থৈ গৈছে ৰজা ইন্দ্ৰ-দ্যুম্নৰ ১৮টা সন্তান আছিল। প্ৰত্যেক জনৰ নামে একোটা নলা, অৰ্থাৎ শিলেৰে নিৰ্ম্মাণ কৰা একোটা পানী যাব পৰা পুল তৈয়াৰ কৰি গৈছে। জগন্নাথ ধামৰ বিবৰণ বৰ্ণনাৰ অতিত। এই ধাম চিৰদিনেই নিত্য নতুন। যাত্ৰীৰ সমাগম বহুত। ইয়াৰ চাৰি দিশত মন্দিৰলৈ সোমাব পৰা চাৰিখন দ্বাৰ আছে। মন্দিৰ সাগৰৰ পৰা এমাইল দূৰত নিলাচলে অৱস্থিত। পূবে—সিংহদ্বাৰ, পশ্চিমে—খাজাদ্বাৰ, উত্তৰে—হস্তিদ্বাৰ, দক্ষিণে—অশ্বদ্বাৰ।

মন্দিৰৰ চাৰিমেৰ বেষ্টন, কৰি শিলৰ প্ৰাচীৰ নিৰ্ম্মাণ কৰা আছে। ইয়াক উৰিষ্যাত মেঘনাদ, বুলি কয়। ইয়াৰ উচ্চ ২৪ ফুট। দক্ষিণ বেৰৰ দীঘ ৬৬৬ ফুট। পূব আৰু পশ্চিমে ৬৮৭ ফুট। মন্দিৰ চাৰি ভাগে বিভক্ত।

যেনে—মূল মন্দিৰ, নাট্য মন্দিৰ, ভোগ মন্দিৰ আৰু জগ-মোহন। ইয়াৰ প্ৰাঙ্গন দুটা, যেনে—অন্ত প্ৰাঙ্গন আৰু বহি প্ৰাঙ্গন। বহিঁ প্ৰাঙ্গনে তলত দিয়া ব্যৱস্থা গৃহাদি পোৱা যায়।

জগন্নাথ

যেনে—পশ্চিমে নতুন ৰন্ধন শালা, ভড়াল, একাদশী গৃহ। গঙ্গা, যমুনা নামৰ কুঁৱা দুটা ময়দাৰ কল আৰু ভেট মণ্ডপ কৃষ্ণ মন্দিৰ। উত্তৰে—ঈশ্বান পুৰ, মহাদেৱ, লোকনাথ শিতলা, উত্তৰায়ণ, মহাবীৰ, ৰাধা কৃষ্ণ, মহাদেৱ, বৈকুণ্ঠপুৰী আৰু কুঁৱা আদি অৱস্থিত। পূবে—শিৱ মহাদেৱ, দক্ষিণে—আনন্দ বজাৰ, স্নানবেদী, চাৱনী মণ্ডপ। অন্তপ্ৰাঙ্গনত— পশ্চিমে-লক্ষী সৰস্বতী, মাখন চোৰ, গোপীনাথ, গনেশ, ৰথ যাত্ৰাৰ আচবাব গৃহ। ৰাধাকৃষ্ণ মন্দিৰ আদি। উত্তৰে—শ্ৰীকৃষ্ণ, পটেশ্বৰ জগন্নাথ স্বৰ্য্যনাৰায়ণ ৰাধাকৃষ্ণ। পূবে—চৈত্যন্য ৰাধা শ্যাম ভঁড়াল, পুৰনা ৰন্ধন গৃহ, ৰাধাকৃষ্ণ বদ্ৰিনাৰায়ণ। দক্ষিণে—বিমলা, ভূষণ্ডিকাক গনেশ, চন্দনগৃহ, নৃসিংহ। মুক্তি মণ্ডপ, ক্ষেত্ৰপান, স্বৰ্য্য, বটেশ্বৰ, মাৰ্কণ্ডেৱ মঙ্গলা বটকৃষ্ণ ইত্যাদি অনুক্ৰমে সৰ্ব্বমুঠ ১২০ টা মন্দিৰ আছে।

জগন্নাথ মূল মন্দিৰ ১৯২ ফুট ওখ। উচ্চ মূলত বিষ্ণুচক্ৰ আৰু ধ্বজা দ্বাৰা পৰিশোভিত। শুনিবলৈ পোৱা যায় যে উৎকলৰ ৰজা গজপতি বংশীয় আনন্দ ভিন্না অধিকাৰে ১১১৯ শতাব্দত প্ৰধান দৌল নিৰ্ম্মাণ কৰাই দিছিল। এই দৌল নিৰ্ম্মাণত ৪০ লক্ষ্য টকা খৰছ হৈছিল।

মন্দিৰত কীৰ্ত্তন কৰিবৰ কাৰণে ১২০ গৰাকী গায়ীকা আছে। এই সকলে ভোগ চৰাবৰ সময়ত আৰু সন্ধ্যা পূৱা আৰতি নৃত্য কৰি থাকে। ভোগ লগাবৰ সময়ত মন্দিৰৰ দ্বাৰ বন্ধ কৰি ৰখা হয়। জগন্নাথ মহাপ্ৰভু ৰখা মূলবেদীৰ দীঘ ১৬ ফুট। প্ৰস্থ ১৩ ফুট। আৰু উচ্চ ৪ ফুট। কলা পাঠৰৰ দ্বাৰা এই বেদী নিৰ্ম্মিত। ইয়াৰ তলত একলক্ষ্য শালে গ্ৰাম পুতি ৰখা আছে। তাৰ ওপৰত এই বেদীত জগন্নাথ বলোৰাম সুভদ্ৰা আৰু সুদৰ্শন চক্ৰই বিৰাজ কৰিছে। তাৰ বাজেও সোণৰভূদেৱী আৰু পিতলৰ অন্যান্য দেৱদেৱী মূৰ্ত্তিও বিৰাজ মান জগ বন্ধুৰ কাষত। সিংহ দ্বাৰৰ সমুখত কলা পাঠৰৰ ২২ হাত ওখ এদাল স্তম্ভ অৰ্থাৎ ধ্বজা আছে। সেই স্তম্ভৰ নাম "অৰুণ স্তম্ভ" ভোগ মন্দিৰৰ সমুখত এদাল ধ্বজা পোৱা যায়। সেই ধ্বজাৰ নাম গড়ুড ধ্বজা। কৰ্ম্মিসকলে প্ৰথমেই ভোগ মন্দিৰত প্ৰৱেশ কৰি সেই স্তম্ভক নমস্কাৰ জনাই পাচত ৰন্ধন গৃহত প্ৰৱেশ কৰে। মন্দিৰৰ সমীপতে অক্ষয় বট বৃক্ষ আছে। অন্তৰত কামনা কৰি সেই বট বৃক্ষও স্পৰ্য কৰিলে অসোশিদ্ৰে সিদ্ধি হয়। তাৰ বাজেও কপাল মোচন শিৱ অৰ্দ্ধাণনি শক্তি, অন্তৰ্ব্বেদী নৃসিংহদেৱ, অক্ষয় বটৰ মাজেত বিৰাজমান। বিশ্বেশ্বৰ আদি, নানান, মহিমা যুক্ত স্থান সমূহ আছে। ইয়াক দৰ্শন কৰিলে ক্লেশ নাশহৈ জীৱই সদ্গতি লাভ কৰে। অক্ষয় বটৰ বায়ুকোণত মাৰ্কণ্ডেৱ সৰোৱৰ! ইয়াত যাত্ৰী সকলে স্নান কৰা কৰ্ত্তব্য।

ইয়াৰ পাৰত ইন্দ্ৰদ্যুম্ন ৰজাই শিলৰ মন্দিৰ নিৰ্ম্মান কৰাইছিল। সমীপতে ৰোহিণী কুণ্ড অৱস্থিত

**জগন্নাথ**

মন্দিৰৰ সমুখৰ পৰা পশ্চিমে যি পথ গৈছে সেই পথক স্বৰ্গদ্বাৰ পথ বুলি জনাজাত। সেই পথেদি স্বৰ্গ দ্বাৰ নামৰ স্থান পাবগৈ পাৰি। উক্ত স্থানত, তলত দিয়া পৰিচয় সমূহ পোৱা যায়। যেনেঃ—চৈতন্য মঠ, বিদুৰাশ্ৰম স্বৰ্গদ্বাৰ সাক্ষি, হনুমান, সুদাম পুৰী, নানক পন্থিয় মঠ কবি পন্থিয় মঠ আদি বিদ্যমান। স্বৰ্গদ্বাৰৰ পৰা আধামাইল দূৰত শঙ্কৰ মঠ আছে। তাত শঙ্কৰাচাৰ্য্য শিলৰ মূৰ্ত্তি আছে। তাৰ বাজেও দেব দেৱী বহুটো প্ৰতিস্থিত। জগন্নাথত শ্বেতগঙ্গা, শ্বেতমাধৱ, মুক্তি মাধৱ লোকনাথ মহাদেৱ জগন্নাথ বল্লভ ইন্দ্ৰদ্যুম্ন সৰোবৰ আদি নানান তীৰ্থ আছে। ইন্দ্ৰদ্যুম্ন সৰোবৰৰ দীঘ পৰিমান ৪৮৬ফুট। প্ৰস্থ ৩৯৬ ফুট, বহুত বহল আহল স্থান, পানীৰ ৰং পৰিষ্কাৰ নহয়।

সম্প্ৰতি জগন্নাথ পুৰিত জাতীৰ বিচাৰ নাই। সকলো সংলিষ্ট হৈয়ো প্ৰসাদ অন্ন ভোজন কৰে। ইয়াত শংকা ভাৱ আনিব নেপাই। বিনিময়ে শংকা বোধ কৰিব-

**জগন্নাথ**

লগা হলে কোটী কল্প নৰ্কবাস কৰিবলগা হয় বুলি প্ৰবাদ আছে। সেই মহাপ্ৰসাদ শুকুৱাই আনন্দ বজাৰত বিক্ৰি কৰা হয়। সেইবিলাক যাত্ৰী সকলে নিজ নিজ স্থানলৈ আনিব পাৰে। ইয়াত কোনো বালি বাহনৰ ব্যৱস্থা নাই। কেৱল বিমলা দেৱীৰ ওচৰত বছেৰেকত এবাৰ বলি দিলা প্ৰথা আছে। জগবন্ধুৰ ওচৰত যাত্ৰীসকলে আটীকা

দিব লাগে। মহাপ্ৰভুৰ ভোগ চলিবৰ কাৰণ যি টকা দিয়া হয় সেই টকাক আটীকা বোলা হয়। আটীকা প্ৰধানতঃ ৭ সাত প্ৰকাৰ। যেনেঃ—১ম আটীকা হল ৫৬০০, টকা। এই টকা যি সকলে দান কৰে, সেই সকলৰ কৃতাৰ্থৰ অৰ্থে দৈনন্দিন ৫৬ প্ৰকাৰ ভোগ চলি থাকে। ২য় আটীকা ১৫৫০ টকা। এই টকাৰ পৰা মোহনভোগ দিয়া হয়। ৩য় আটীকা ৭৫০টকা। এই আটীকাৰে মালপোৱা ভোগ দিয়া হয়। ৪ৰ্থ আটীকা ৫৫০ টকা। এই আটীকাৰে লুছিপুৰি আৰু ক্ষিৰভোগ দিয়া হয়। ৫ম আটীকা ৪০৪.টকা ।এই টকাৰে খিছিৰি ভোগ অন্ন দিয়া হয়। ৬ষ্ঠ আটীকা ৩৬০ টকা। এই আটীকাত চাদা অন্ন ক্ষিচিৰি দিয়া হয়। ৭ম আটীকা হল ১৬২ টকা। এই টকাৰে দাইল ভাত ভাজি আদি দিয়া হয়। একাদিক্ৰমে এশ, তেষষ্ঠি, পঞ্চল্লিছ, সাতাইশ, পোন্ধৰ, আৰু ৮.২৫ পইছা পৰিমিত দিব পৰা হয়। সেয়ে আৰ্থিকটাৰ ওপৰত যাত্ৰীৰ নিৰ্ভৰ। সকলো তীৰ্থত থাকি জগন্নাথ পুৰীয়েই অতি শান্তি পূৰ্ণ স্থান। ইয়াত থাকিলে জন্মভূমিৰ সুখলৈ সঘনে মনত নপৰে। এই তীৰ্থৰ অসম অঞ্চলৰ পাণ্ডা মহাপাত্ৰ শ্ৰীশ্ৰীলোকনাথ মহাপাত্ৰ। তেওঁৰ ভাতৃ শ্ৰীযুত বনমালী আৰু শ্যাম সুন্দৰ। এতাই কেউজনে যাত্ৰী সকলক পৰিচালনা কৰে। সেই সকলৰ পুত্ৰ পৰিয়াল আছে। স্নেহ দয়া অসীম। ভাষন ব্যৱহাৰ সিসবৰ অতুলনীয়। অসমৰ বাবে পশ্চিম দ্বাৰ সদায়েই উন্মুক্ত।

সেই দিনা অৰ্থাৎ ওপৰুক্ত তাৰিখত জগন্নাথ মহাপ্ৰভু দৰ্শন কৰি সংকল্পৰ দ্বাৰা আটাকা সমূহ উৎসৰ্গা কৰা হল।

পাণ্ডা সকলক প্ৰত্যেকেই যথা সাধ্য জগন্নাথ ত্যাগ বস্ত্ৰাদি সহ দক্ষিণা যুক্ত সেৱা জনোৱা হল।

আবেলি পাঁচ বাজে, এনে সময়তে ঘুনুছা ঘুনুছা বাড়ী বাৰী সোমায় সেৱা সংকাৰ জনাই ওঠৰ নলা দল ভেদি অসম অভিমুখে ৰাৱণা কৰা হল।

সেই দিনাই শিৱসাগৰ জিলাৰ টিয়কৰ চজনলোকক শ্ৰীক্ষেত্ৰৰ থকা ঘৰত পোৱা হৈছিল।

ৰাতি আছি পিপুল নামৰ এখন বজাৰ পোৱা গল। সেয়ে ৰাষ্টাৰ নিচেই কাষতে। তাৰ পৰা সূৰ্য্য নাৰায়ণ মন্দিৰ আৰু অৰুনোদয় কালত সাগৰৰ পাৰৰ পৰা সূৰ্য্য উঠা দৃশ্য চাবৰ কাৰণে সাগৰৰ দাঁতীত ৰাতি কটোৱাগৈ হল। তেতিয়া ৰাতি প্ৰায় এক বাজে। ওচৰত এখন আশ্ৰম আছিল। সেই ঠাইত মৎস্য জীৱি ব্যৱসায়ী অধিক। মাছ কাছবিলাক নানা কৌশলেৰে ধৰি বেপাৰিক বিক্ৰি কৰা দেখা গল। ৰাতি যাওঁতে ৰাষ্টাৰ কাষত এখন টেক্সিৰ দূৰ্ঘটনাত বিশিষ্ট এজন লোকনিহত হোৱা দেখা পোৱা গৈছিল। লোকজন কলিকটাৰ এজন নামজলা বুলিয়েই জানিব পৰা গৈছিল।

সেই দিনা ২৮।২।৭০ তাৰিখ। অতি প্ৰভাততে সূৰ্য্য ওলোৱা দৃশ্য চাবৰ কাৰণে সাগৰৰ নিচেই দাঁতীলৈ যোৱা হল।

বহুত লোকৰ সমাগম। বাস্তৱিকতে অতি মনোৰম দৃশ্য। যেন

**কোনাৰথ**

সাগৰৰ মাজ ভাগৰ পৰা সূৰ্য্য দেৱ উদয় হৈছে। দোপত দোপে বিৰাট আকাৰেৰে উঠিব লাগিছে। বাইজৰ আনন্দৰ টোল পাৰ। সেই স্থানৰ নাম কোনাৰ্ক। তাতে স্নান ভোজন কৰি, সূৰ্য্য মন্দি-ৰলৈ যোৱা হল। তেতিয়া প্ৰায় ১২ বাজি গৈছে। ঘূৰি আহি সূৰ্য্য মন্দিৰ পোৱাহি হয়। মন্দিৰ অতি অদ্ভূত পুৰ্ণ। সূৰ্য্যৰ ৰথ

**কলিকতা অভিমুখে**

খনৰ আকাৰত নিৰ্ম্মান কৰা চকা শিলৰেই নিৰ্ম্মাণ। চকা সংখ্যা ২৪ টা। প্ৰায় অংশ জীৰ্ন হৈ গৈছে। বৰ্ত্তমান নতুন নিৰ্ম্মাণৰ কাম চৰ-কাৰৰ দ্বাৰা চলিব ধৰিছে। তাৰ পৰা পুণৰ গাড়ী এৰি দিয়া হল। মহানদীৰ দলং অতিক্ৰম কৰি, ৰাজ ধানী ভূবনেশ্বৰ পোৱাহি হল। গাড়ী আহিব লাগিছে। গাড়ীয়ে অলপ আহুকাল কৰাত এখন গেৰেজৰ সন্মুখত ৰাখি মেৰামত কৰা হল। তাত ৬-৩০ বজালৈকে স্বৰ্ণৰেখা নদী অপেক্ষা কৰিব লগা হৈছিল। গাড়ী সম্পূৰ্ণ

**ব্ৰঙ্গপ্ৰদেশৰ সীমা**

ভাল হৈ উঠাত, অলপ আহি বঙ্গ বজাৰত সোমোৱাহি হল। তাতে গাড়ী চেকিং কৰে। ওচৰতে স্বৰ্ণ ৰেখা নদী প্ৰবাহিত। ৰাতি তাতেই থকা হল। এখন হোটেলৰ আশ্ৰয়ত ৰজনী প্ৰভাতৰ অপেক্ষা কৰা হৈছিল। তাৰ পৰা কলিকতালৈ ১৬০ মাইল বাত আছিল।

মাৰ্চ্চ মাহৰ পহিলা তাৰিখ। মেদিনী পুৰৰ পৰা কলি কটালৈ, গাড়ী এৰা হল। আহোঁতে বাতত তকলোম হৰ্ষণ দৃশ্য

চকুত পৰাত গাড়ী ৰখা হল। সকলো জন গাড়ীৰ পৰা নামি গৈ চাবলৈ বাধ্য নহৈ নোৱাৰিলো। তিনিখন

**কোলাঘাট মেদিনীপুৰ ৰাষ্টা**

মাল গাড়ী। প্ৰতি খনতে লোহা আৰু শিলৰ বিৰাত বজাই। একে ঠাইতে তিনিও খন গাড়ী চূৰ্ণাকৃত হৈ পৰি থকা দেখা গৈছিল। ঘটনা স্থলিত যাত্ৰীৰ বিপুল সমাবেশ।

**মালগাড়ীৰ দুৰ্ঘটনা**

গাড়ীৰ পৰা নামি দেখা গল যে দুজন অতি সৌন্দৰ্য্য পূৰ্ণ চফল ডেকা মাটিত মৃত্যু বৰণ কৰি পৰি আছে আৰু দুজন গাড়িত চেপেতা হৈ থকা দেখা গল। গাড়ীৰ সামান্য অষ্টিস্ত দেখিবলৈ পোৱা গৈছিল।

অলপ দূৰ আহি এখন নদী পোৱাহি হল। তাতে খোৱা মেলাৰ ব্যৱস্থান্তত পুণৰ গাড়ী এৰা হল হাওৰা অৱশ্যে তাৰ পৰা বহুত দুৰত নাছিল। তাত এটা জংচন আছে। নাম শিয়াল দহ বুলি কয়। বহুত ৰেলৰ সমাগম, হাওৰা এখন বজাৰ। কাযেদি যান বাহন যাব পৰা ঠেক ৰাষ্টা। মানুহৰ

**কলিকতা হাৱ্ৰা দলং**

ভিৰ বহুত। ঘৰৰ ওপৰত ঘৰ। পৰিস্কাৰৰ পৰা তেওঁলোক বহুত আঁতৰ। বেঙ্গলি মানুহেই অধিক। ওচৰতে খনা গঙ্গা। কলিকতা নগৰলৈ পাৰ হব লাগে। বিখ্যাত, চাঙ্গে চকুৰোৱা দক্ষতা পূৰ্ণ হাৱ্ৰাদলং, একেখন দলঙতে মানুহ, যান বাহন, ৰিস্কা, গৰু গাড়ী ঘোৰা গাড়ী আদি যাব পৰা আৰু দুকাশে দোকান বজাৰ দিব পৰা সুন্দৰ পৰিপাতি ব্যৱস্থা আছে। দলঙৰ কাষতে দুখন টেক্সিৰ

দুঘটনা দেখা গল। কলিকতা টাউন সোমাই গাড়িৰেই ভ্ৰমন কৰা হয়। পাচত চিৰিয়া খানাৰ পশু পক্ষী জীৱ জন্তু চাবৰ কাৰণে যোৱা হল। ঘূৰি আহোতে সন্ধ্যা দেৱীৰ কলাধা-কনিয়ে কলিকট.ত চা পেলাইছিল যদিও, বিজ্ঞানৰ বিপুল শক্তিৰ ইলেট্ৰিকৰ ওপৰত হাৰ মানিলে ঘড়ি হাতত নেথাকিলে দিন ৰাতিৰ কোনো সূত্ৰ বুজিব নোৱাৰি। দেখা গল

কলিকতা

যে, দিন যেনে আৰু ৰাতিও ঠিক তেনে। ভ্ৰমন কৰি অসম পঠ বিচৰণ কৰা গল। ড্ৰাইভাৰ জন ভূল পঠৰ পঠিক হোৱাৰ ফলট ৰাস্তা পোৱাৰ পৰা প্ৰায় ২ ঘণ্টা কাল টাউনতেই ঘূৰিব লগা হৈছিল। তাত চোৰ আৰু ডকাইটৰ পাদুৰ্ভাব খুউব বেছি টাউন বহুত আহল বহল। কিমান দীঘল ডাঙৰ বুজিবলৈ অক্ষম। জনতাৰ সমাবেশ অসীম। ৰাস্তা সমূহত নম্বৰ দি ৰখা আছে। নম্বৰ নেথাকিলে যেই কোনো স্থান উলিয়া-বলৈ বহুত কঠোৰ। সেই ঠাইত মানুহক বিশ্বাস কৰিলে বিপদক আকোৱালি আগ্ৰহেৰে সাৱতি লোৱাত কোনো সন্দেহ নেথাকে। ঘৰৰ ওপৰত মহল মহল ঘৰ। ব্যৱসায় সীমাহিন। ৰাতি ৯বজাত শিলিগুৰি অসম পথ ধৰা হল। বাতত দুখন মিলিটৰী গাড়ীৰ দূৰ্ঘটনা হোৱা চকুত পৰে। ৰাতি আহি প্ৰায় ১ মান বজাত এঘৰ মানুহৰ নতুন নিৰ্ম্মান ঘৰত ৰাতি থকাহি হল। সেই ঠাইৰ নাম চাক দহ বুলি প্ৰখ্যাত।

২।৩।৭০ তাৰিখ পাৰ্ব্বতী চুকী নামৰ এখন আহল বহল বিল পোৱাহি হল। তাত পূৱা স্নান ভোজন কৰি ১০ বজাত

গাড়ী এৰা হল। ৰানা ঘাটত তেল লৈ পুনৰ

(বঙ্গ) চাকদহ অগ্ৰগতিৰে গাড়ীক স্বাধীনতা দিয়া হয়। আহি

পাৰ্ব্বতী চুকি আহি পূৱ পাকিস্তানৰ সীমাই পশ্চিম বঙ্গৰ

বিল ৰাস্তাই দি বহম পুৰ নামৰ এখন ঠাই পোৱাহি হল। বহম পুৰতে গাড়ীৰ চকাৰ পম চাৰ হয়। ফলত এঘণ্টা কাল পাৰ হৈ যায়। তেতিয়া সময় ৪-৩০ পাৰ হৈ যাওঁ যাওঁ। ক্ৰমশঃ আহি ৰাতি ১০ বজাত গঙ্গা

গঙ্গা খাজুৰী খাজুৰী ঘাট পোৱাহি হল। কিন্তু ৰাতি

ঘাট হেতুকে পাৰ নাওঁ বন্ধ থকাৰ বাবে ঘাটতেই ৰাতি কটাব লগা হয়।

পিছ দিনা অৰ্থাৎ ৩।৩।৭০ তাৰিখে পূৱা ৬ বজাত গাড়ী নাৱত বোজাই কৰা হয় অৱশ্য নাওঁ যদিও বোলা হৈছে, সি এখন জাহাজ। সেই ঘাটত ইপাৰ সিপাৰে দুখন জাহাজ থাকে। যত একে লগে ১২ খন দিজেল যাব পাৰে। গাড়ী বোজাই কৰোতে আমাৰ পৰা ৪৫ টকা লৈছিল। সেই

মাল দহ নদী পাৰ হওঁতে সম্পুৰ্ণ কুৰি মিনিত

দিনাজ পুৰ লাগিছিল। ইপাৰত গাড়ী নমাই লৈ গঙ্গাতে

বঙ্গ গা পা ধুই ছাহ জলপান খাই গাড়ীৰ গৰ্ভত পুনৰ প্ৰবেশ কৰা হল।

গঙ্গাত দেখা গল যে এখন প্ৰতাপী দলঙৰ নিৰ্ম্মাণ কাৰ্য্য অহৰহ চলি আছে। সেই দলং সম্পুৰ্ণ হৈ উঠিবলৈ আৰু দুবছৰ কাল লাগিব বুলি জানিব পৰা গৈছিল। তাৰ পৰা গাড়ী আহি মালদহ নামৰ ঠাই পোৱাহি হল। তাত বহুত আমৰ

বাৰী আছে। প্ৰায় লোকেই ব্যৱসায়ী। স্থানৰ লোক সকল যিমান সভ্যতা সম্পন্ন নহয় চাফ স্নিগ্ধতাৰ পৰা

**শিলিগুৰী ও জলপাইগুৰী**

বৰ্জ্জিত। তাতে অলপ সময় কটাই পুনৰ আহি আহি ৰাতি ৮-১৫ মিনিটত শিলিগুৰী নগৰ পোৱাহি হল। তাত আৰু অপেক্ষা নকৰি জলপাই গুৰী অভিমুখে গাড়ী এৰা হল। ৰাতি জলপাই গুৰীতে কটোৱা হয়। তাতো দুখন ট্ৰাকৰ সংঘৰ্ষ হৈ পৰি থকা দেখা যায়।

পুৱা ৪।৩।৭০ তাৰিখে ওচৰতে এখন নদী পোৱা হল। তাতেই স্নান আহ্নিক খোৱা লোৱা কৰি গতি কৰা হল। তেতিয়াও তাৰ পৰা গুৱাহাটীলৈ ২৮০ মাইল বাকী আছিল। কলিকতাৰ পৰা গুৱাহাটীলৈ ৭০০ শ, মাইল হয় বুলি জনা গৈছিল। ইয়াত গাখীৰ কম, পৰিমানে পোৱা যায়। দাম খুউব বেছি। কিলো ২'০০ দুটকা হিচাপে বিক্ৰি কৰে। এই স্থান প্ৰায় লোকেই হিন্দু। বস্তুৰ মূল্য বহুত। এই ঠাইৰ পৰা গুৱাহাটীলৈ গাড়ী এৰোতো প্ৰায় ১২ বাজে। ইয়াত সমিধ বৃক্ষ বহুগুণে দেখা পোৱা হৈছিল। হেৱা পানী ভূমি বৃত্ত বিলাক আমাৰ জন্ম ভূমিৰ দৰেই অনুমান হৈছিল। জলপাই গুৰী ৰিজাৰ্ভৰ মাজেদি আহোঁতে প্ৰাকৃতিক সৌন্দৰ্য্যই মনত যথেষ্টই আনন্দ যোগায়ছিল।

বিজুনগৰৰ ছাহ বাগিছাই অসমৰ গৌৰৱ ধ্বজাৰ নিখুট পৰিচয় দিয়াৰ অলপো ত্ৰুটি কৰা নাছিল। এই অঞ্চল বঙ্গ-প্ৰদেশত পৰে। ইয়াত শাল, চেগুণ, শলখ, এজাৰ, শিমলু, আৰু উৰিয়াম, মজ, আদিৰ ডাঙৰ কাঠৰ বাগিছা সমূহ চকুত পৰিছিল। প্ৰায় ৩৫ মাইল মান ৰিজাৰ্ভৰ মাজেদিয়েই আহিব লগা হৈছিল।

ইয়াত অধিবাসী বহু গুণে কম। কিন্তু হাতী, বাঘ, আদি হিংস্ৰ জীৱ জন্তু বহু গুণে বেছি। হাতী ধৰা এটা খেত আছে। আহোঁতে ৰাষ্টাৰ কাষতে প্ৰায় ৭টা পোৱালি আৰু ডাঙৰ হাতী জৰপুৰ ভাবে বান্ধি ৰখা দেখা গল। ইয়াত তামোল পান পোৱা বহুত কঠিন।

অলপ দূৰ আহি কোচবিহাৰ পোৱাহি হল। তেতিয়া চাৰি বাজে। কোচবিহাৰ থানাত গাড়ী চেকিং কৰে।

**কোচবিহাৰ**
**অসম বঙ্গৰ সীমা**

তোৰন সাৰি অসম আইৰ পবিত্ৰ গৰ্ভৰ কোমল কোলাত প্ৰৱেশ কৰা হল। বাস্তৱিকতে জননী জন্মভূমিক ভাল পোৱা এটা স্বভাবিক কথা। সচ'কৈয়ে অসম সীমাত উপনীত হৈয়েই ইমান আনন্দ যে লাগিছিল, তাক বৰ্ণনা কৰিবলৈ ভাষা নাই। মহান অহঙ্কাৰ আমাৰ অন্তৰলৈ যে নাহিছিল, তাত কোনো সন্দেহ নাই। অসমী আইৰ বুকুত থকা সবল মনা সন্তান সকল হাড়ে হিমজুৰে লাগি থকা অসমীয়া আথৰত চাইন বৰ্ড বিলাকলৈ চকু পৰি এন্ধাৰৰ মাজেদি যেন পোহৰৰ পথ পাইছিলো এনে ভাবে সম্পূৰ্ণই আগুৱী ধৰিছিল। কিছু পঠ আহি ধুবুৰীৰ গৌৰীপুৰ নামৰ ঠাই পোৱাহি হল। দেখাত সৌন্দৰ্য্য পূৰ্ণ স্থান। খেতি খোলা কাঠনী আদি ইয়াতো বহুত।

**ধুবুৰীৰ গৌৰীপুৰ**
**অসম প্ৰদেশ**

গোৱালপাড়া জিলাত প্ৰৱেশ কৰি গৰৈমাৰী গাওঁ পোৱাহি হল। তাতে হঠাৎ গাড়ীৰ পম-চাৰ হৈ অচল হয়। ৰাতি প্ৰায় ১০ বাজে। উপায় হিন হৈ সমীপতে থকা এখন স্কুলৰ বাৰন্দাতে এজন গ্ৰাম সেৱকৰ সৌজন্যত থাকিব লগা হয়।

**গোৱালপাৰ জিং**
**গৰৈমাৰী গাওঁ**
**স্কুল**

ৰাতি পুৱাল। ওচৰত থকা কুঁৱাটো স্নান কাৰ্য্য সমাধা কৰি লগত থকা গাড়ী চকা খুউৱাই লৈ গাড়ী এৰি দিয়া হল। নটাৰ কাটা দাল সেই সময়ত নিৰ্দ্ধাৰিত স্থানত অৱস্থান কৰিছিল। হিন্দু মুছলমান প্ৰায় সম সাময়ীক ভাবে বস বাস কৰা সেই ঠাইত দেখা পোৱা গৈছিল। গুৱাহাটীলৈ তাৰ পৰা ১১৫ মাইল বাকী আছিল। তাৰ

**কামৰূপত প্ৰৱেশ** পৰা আহি কিছু দূৰতে কামৰূপ জিলাৰ সীমা পোৱাহি গল। প্ৰায় ২৫ মাইল অতি-ক্ৰম কৰি বৰপেটা আলি পোৱা গল। তাৰ আগতে হাউলী নামৰ ঠাই পাই অহা হয়। ওচৰতে এখন কাপোৰ বোজাৰ সহ ডিজেল গাড়ীত জুই জ্বলি থকা দেখা গৈছিল। তাত বহুমান ৰং বাৰ্ণিছৰ টিং আদও আছিল। সেই জুই তিনি দিনে লাগি থকা বুলি জনা গৈছিল। গাড়ীখন ৰাষ্টাৰ পৰা খহি গৈ ইলেক্ট্ৰিক খুটাত খুণ্ডা মাৰি ইলেক্ট্ৰিক টাৰ চিঙাৰ ফলত গাড়ী খনত বিজুলী শক্তি লাগি জ্বলি যায়। লগে লগে ধ্বংশ স্তুপত পৰিণত হয়। পৰস্পৰে জানোতে ড্ৰাইভাৰ আৰু হেণ্ডমেন ৰক্ষা পৰে। অলপ দূৰতে বেকী নামৰ নদী এৰি থৈ আহি ক্ৰমে ভৱানী পুৰ, পাঠ শালা, পাতলাকুছি, নলবাৰী, আদি স্থান বিলাক পাই অহা যায়। মানুহৰ বস বাস বহুত ঘন। নলবাৰীৰ ৰাষ্টাৰ কাষতে অলপ সময় জিৰণী লৈ পুনৰ আঢ়ৈ বজাত গাড়ীক স্বাধীনতা দিয়া হল গুৱাহাটীলৈ তাৰ পৰা আৰু ২৫ মাইল বাকী আছিল বুলি জানিব পৰা যায়।

ৰঙিয়ালৈ ৯ মাইল থকা অৱস্থাত হঠাৎ গাড়ীৰ দুটা চকা ফুটি পৰে। ৰঙিয়াত ভাল কৰাইলৈ

**ৰঙিয়া গুৱাহাটী** ৰাতি ৮-৩০ বজাত গাড়ী এৰা হল। ভেতিয়া বাৰ বাজে। ঠিক তেনে সময়তে

**হেঙেৰাবাড়ী দক্ষিণপাট সত্ৰ ( ৬।৩।৭০ )**

গুৱাহাটী নগৰৰ অন্তৰ্গত নৱ নিৰ্ম্মিত সত্ৰ হেঙেৰাবাৰী শৰণিয়া পাহাৰ পোৱাহি হল। সেইদিনা ৫।৩।৭০ তাৰিখ আছিল তীৰ্থ ভ্ৰমণৰ শেষ অৰ্ঘ্য বিষ্ণু পদত অশ্ব-ক্লান্তৰ শিলাত অৰ্পণ কৰিবৰ কাৰণে যোৱা হল।

**বিষ্ণুপদ অশ্বক্লান্ত**

যাওঁতে শৰাই ঘাটৰ দলঙেদি পাৰ হৈ উত্তৰ গুৱাহাটী পোৱা হল পিণ্ডাদি সমাপণ কৰি মন্দিৰত সেৱা জনাই কূৰ্ম্ম পিঠত সেৱা সংকাৰ কৰি থকা স্থানলৈ প্ৰত্যাগমণ কৰা হয়। থকা স্থান পাওঁতে তিনি বাজে।

## বিশেষ পৰিচয়

এক শিলত বিষ্ণুপদ জিলিকি থকা দেখা গল। যাত্ৰী সকলে সেই পদতে অৰ্ঘ্যমাদি সকলৰ পিণ্ডাদি দান কৰে। ব্ৰহ্মাপুত্ৰৰ নিচেই পাৰতে এই পদ অৱস্থিত। ঘোঁৰাৰ খোজ বহুটো শিল সমূহত জিলিকি আছিল। তাত পাণ্ডা পোৱা যায়। পাণ্ডাৰ দ্বাৰাই পিণ্ডাদি কাৰ্য্য সমাধা হয়। বহু যাত্ৰীৰ সমাগম। উত্তৰ পূব অঞ্চলে কৰ্ম্মনাশা পৰ্ব্বত আছে। সৎকাৰ্য্যৰ অন্তত হেনো কৰ্ম্মনাশা পৰ্ব্বত দৰ্শন নিসিদ্ধ। তাৰ পৰা আহি গুৱাহাটী টাউন পৰিভ্ৰমণ কৰি থকা স্থানত শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভুৰ লগত টাউনৰ বিশেষজ্ঞ সকলে আহি আলাপ আলোচনা কৰেহি।

পাছ দিনা অৰ্থাৎ ৭।৩।৭০ তাৰিখে মহামায়া জগ জননী শ্ৰীশ্ৰীশ৺কামাখ্যা মাতৃৰ চৰণ দৰ্শনৰ কাৰণে শ্ৰীৰাধা বৰা ট্ৰেক্সিতে যোৱা হৈছিল।

**কামাখ্যা ভুবেনেশ্বৰী দৰ্শন**

কামাখ্যা পাহাৰলৈ গাড়ী যাব পৰা সুন্দৰ ব্যৱস্থাৰ পকা ৰাস্তা আছে। আগ মুহূৰ্ত্তত দক্ষিণপাট সত্ৰৰ

হিতাকাঙ্খী শ্ৰদ্ধেয় শ্ৰীযুত বেনুধৰ শৰ্ম্মা ডাঙৰীয়া আহি প্ৰভুৰ লগত দেখা সাক্ষাৎ হৈ প্ৰবাস ভ্ৰমণৰ নানান কথা আলাপ আলোচনা কৰেহি। সেই দিনা কামাখ্যা ভূৱনেশ্বৰ দৰ্শন কৰি পুনৰ প্ৰবাশি আশ্ৰমলৈ অহা হল।

বিশেষকৈ কামাখ্যা ভূৱনেশ্বৰৰ পৰা নগৰ আৰু ব্ৰহ্মপুত্ৰৰ প্ৰাকৃতিক দৃশ্য চাবলৈ অতি মনোৰম। ৮।৩।৭০ তাৰিখে গুৱাহাটী এৰি নিজ সত্ৰ দক্ষিণপাট ( মাজুলীৰ ) অভিমূখে ৰাৱণা কৰা হল প্ৰায় ১০ বজাত। সমীপৰ শ্ৰীযুত বৰঠাকুৰৰ আটামিললৈ আহ্বান ক্ৰমে তোৰণৰ সমুখত গাড়ী ৰখা হল। তেখেতৰ মিলৰ পৰা আটা ১ বেগ আৰু চুজি আদি সম্ভাৰেৰে ১০১ এশ এটকা দক্ষিণাৰে প্ৰভুক সেৱা জনাই লগতে ৩৫ টকা দি বৈষ্ণৱ বৃন্দক সেৱা জনাই।

**বৰঠাকুৰৰ আটা মিল**

ক্ৰমে জোৰা বাট যাগীৰত ৰহা, সোণাপুৰ আদি অতিক্ৰম কৰি জখলা বন্ধাৰদেৱৰ সত্ৰ পোৱাহি হ'ল।

সেই সত্ৰতেই দক্ষিণপাট সত্ৰীয় বংশধৰ ৺শ্ৰীশ্ৰীকমল দেৱ গোস্বামী প্ৰভুৰ জন্ম হৈছিল। তেখেত দক্ষিণপাট সত্ৰত সত্ৰাধিকাৰ হোৱা নাছিল। বিশেষ কাৰণত আউনীআটী সত্ৰলৈ সত্ৰাধিকাৰৰ বাবে প্ৰেৰণ কৰা হৈছিল। আউনীআটীৰ সত্ৰাধিকাৰ পদে অভিষিক্ত হয়।

**নগাওঁ দেৱৰ সত্ৰ বা দক্ষিণপাট নৃসিংহ সত্ৰ**

সেই নৃসিংহ সত্ৰত সোমায় মহাপ্ৰভু দৰ্শন কৰা হল। তাত নৃসিংহ শিলৰ নিৰ্ম্মিত মূৰ্ত্তি আছে। আৰু ৺বাসুদেৱ মূৰ্ত্তি এখনো আছে। শিলৰেই পৌৰাণিক মন্দিৰ। ই এখন দক্ষিণপাটৰ অতিজৰে সাখা সত্ৰ। তাত এতিয়াও আহোম

ৰজাই বিগ্ৰহৰ নামত দান দিয়া কিছু মাটি আছে। সেই স্থানৰ সদাশয় লোকসকলে নৃসিংহ মন্দিৰৰ কাষতে এক বাসুদেৱ মন্দিৰ নিৰ্ম্মাণ কৰা দেখা গৈছিল।

তাত মহাপ্ৰভু দৰ্শন কৰি কুৰুৱাবাহী সত্ৰত ৰাতি আঁঠ বজাত থকাহি হ'ল। শ্ৰীশ্ৰীকুৰুৱা বাহী কুৰুৱাবাৰী সত্ৰ সত্ৰাধিকাৰ সহ প্ৰভুৰ দেখা সাক্ষাত হয়, ও ভাৰত ভ্ৰমণ তীৰ্থ পৰ্য্যতন আদিৰ কথা উভয়ৰ মাজত আদান প্ৰদান চলে।

৯।৩।৭০ তাৰিখে সেই কুৰুৱাবাহী সত্ৰতেই খোৱা লোৱা কৰি মূল সত্ৰ শ্ৰীশ্ৰীদক্ষিণপাটলৈ ১০ বজাত ৰাৱনা কৰা হল। যোৰহাটত বহুত সদাশয় লোকৰ লগত প্ৰভুৰ দেখা সাক্ষাত হয়। প্ৰায় দুই বজাত যোৰহাট এৰি নিমাতীলৈ গাড়ী এৰা হল। নিমাতীৰ পৰা গাড়ী এৰি আমাৰ ভ্ৰমণ পঠৰ কাণ্ডাৰী স্নেহাস্পদ শ্ৰীমুৰ্ত্তীনাথ সিঙক স্নেহ আদৰেৰে বিদায় দিয়া হল যদিও তেওঁৰ করুণ কান্দোনে আমাৰ যাত্ৰী তথা গুৰুজনৰ অন্তৰ শোকাচন্ন কৰি টোলাত আমালোকৰ চকুলে ওলোৱাৰ সমূলি বাধা নহৈছিল। মূল সত্ৰলৈ ভাক পিছ দিনা মাতি নাৱঁৰ গৰ্ভত সকলো জন প্ৰবেশ কৰা হল।

সুকলমেই ব্ৰহ্মপুত্ৰ পাৰ হৈ মূল সত্ৰ দক্ষিণপাট পোৱাহি হল। তেতিয়া ঘড়িত সম্পূৰ্ণ পাঁচ বাজিছিল।

ইমানতে আমাৰ ভ্ৰমণ কাহিণীৰো অন্ত পৰে। ওঁম শিৱমস্তু।

সমাপ্ত